# অভয়াপুৰী

চতুশ্চত্বাৰিংশ সন্মিলন বাৰ্ষিকী




সম্পাদনা

প্ৰকাশ গোস্বামী

ABHAYAPURI : Addresses, reports etc., of the 44th Session of Asam Sahitya Sabha held at Abhayapuri (Goalpara) on 4th, 5th and 6th February, 1977, edited by PRAKASH GOSWAMI and published by NAGEN SAIKIA, General Secy., Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat-785001. PRICE : Rs. 8·00



প্ৰকাশক ঃ নগেন শইকীয়া,
প্ৰধান সম্পাদক, অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-১

প্ৰকাশকাল ঃ ডিচেম্বৰ, ১৯৮০

( অসম চৰকাৰৰদ্বাৰা অনুমোদিত সুলভ মূল্যৰ কাগজত ছপা কৰা হ'ল । )

মূল্য ঃ আঠ টকা

ছপা ঃ ভাৰতী প্ৰেছ, যোৰহাট-১

## প্ৰধান সম্পাদকৰ নিবেদন ঃ

অসম সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশনসমূহৰ সভাপতিপ্ৰমুখ্যে বিশিষ্ট অতিথিসকলৰ ভাষণ, সভাই কৰা কামৰ খতিয়ান আৰু সভাই গ্ৰহণ কৰা গুৰুত্বপূৰ্ণ সিদ্ধান্তসমূহকে ধৰি বিভিন্ন আনুষংগিক বিষয়ৰ অভিলেখ সংকলন কৰি বাৰ্ষিকী প্ৰকাশ কৰা ব্যৱস্থা কৰি অহা হৈছে। ইয়াৰ ফলত একোখন অধিৱেশনৰ ভাষণ আৰু তথ্য-পাতিসমূহ নষ্ট নোহোৱাকৈ সংৰক্ষণ কৰি আহিব পৰা হৈছে। এনে গ্ৰন্থসমূহ প্ৰকাশৰ বাবে প্ৰত্যেক অধিৱেশনৰ অভ্যৰ্থনা সমিতিয়ে আৱশ্যকীয় ধনৰ যোগান ধৰিবলৈও নিয়মাৱলীয়ে নিৰ্দেশ দি থৈছে। তথাপিও বহু সময়ত সময়মতে ধনৰ যোগান নোপোৱাৰ বাবে সময়মতে গ্ৰন্থ প্ৰকাশৰ আঁচনি সভাই কাৰ্যকৰী কৰিব পৰা নাই। বিশেষকৈ অভয়াপুৰী, গোলাঘাট আৰু শুৱালকুছি অধিৱেশনৰ বাৰ্ষিকীৰ কাম সময়মতে হাতত ল'ব পৰা হোৱা নাছিল। ইয়াৰ ভিতৰত শুৱালকুছি বাৰ্ষিকী এই বছৰৰ আগভাগতে প্ৰাক্তন প্ৰধান সম্পাদক শ্ৰীলীলা গগৈয়ে সম্পাদনা কৰি ছপাশালত দিয়ে।

সম্প্ৰতি আমাৰ অনুৰোধ ৰক্ষা কৰি অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক শ্ৰীপ্ৰকাশ গোস্বামীয়ে অভয়াপুৰী বাৰ্ষিকীখন সম্পাদনা কৰি দিছে। তাৰবাবে শ্ৰীগোস্বামীক ধন্যবাদ জনালোঁ। গ্ৰন্থখনি ছপাই দিয়াৰ বাবে যোৰহাটৰ ভাৰতী প্ৰেছৰ শলাগ ললোঁ।

১৫ নৱেম্বৰ, ১৯৮০
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট

শ্ৰীনগেন শইকীয়া
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

## সম্পাদকৰ একাষাৰ ঃ

অসম সাহিত্য সভাৰ চতুশ্চত্বাৰিংশ সন্মিলন ১৭ খ্ৰীষ্টাব্দৰ ৪, ৫ আৰু ৬ ফেব্ৰুৱাৰীত অভয়াপুৰীত, প্ৰখ্যাত কথা-সাহিত্যিক চৈয়দ আব্দুল মালিক ডাঙৰীয়াৰ সভাপতিত্বত অনুষ্ঠিত হয়। সভাপতিপ্ৰমুখ্যে সন্মিলনৰ বিশিষ্ট ব্যক্তিসকলৰ ভাষণ আৰু সভাৰ বিৱৰণিৰ সংকলন 'অভয়াপুৰী'।

অসম সাহিত্য সভাৰ বাৰ্ষিক সন্মিলনখনি কেৱল ভোজভাতৰ অনুষ্ঠান বুলি উন্নাসিক মন্তব্য প্ৰদৰ্শন কৰাসকলে এনে সংকলনত চকুফুৰাই অন্ততঃ তেখেতসকলৰ দৃষ্টিভংগীৰ কিছু সালসলনি কৰিব পাৰিব। বিৰাট জন-সমাৱেশেই যে সাহিত্য সভাৰ অধিৱেশনত শেষ কথা নহয়, সেই সমাৱেশৰ লগে লগে যে এনে সন্মিলনত জাতীয় জীৱনৰ ঘাই অনুভূতিও যে বিভিন্ন সুৰেৰে-ছন্দেৰে-ধ্বনিৰে প্ৰৱাহিত হৈ থাকে, সংকলনত সন্নিবিষ্ট ৰচনাসমূহে অন্ততঃ তাৰ চিনাকি দিব।

অভয়াপুৰী সীমামূৰীয়া এখনি সৰু চহৰ। এই সৰু চহৰখনিয়েই চতুশ্চত্বা-ৰিংশ সন্মিলন আকৰ্ষণীয় আৰু নিয়াৰিকৈ সম্পন্ন কৰি তুলিলে। অভয়াপুৰী-বাসীয়ে তাৰ বাবে কৃতিত্বৰ দাবী ৰাখে। সন্মিলন অনুষ্ঠিত হোৱাৰ তিনি-বছৰৰ পিছত সংকলনটি সম্পাদনাৰ ভাৰ আমাৰ ওপৰত ন্যস্ত হ'ল। দিন যোৱাৰ লগে লগে তথ্যপাতিও পোৱা কঠিন হ'ল। সংকলনটি সকলো দিশৰপৰা আকৰ্ষণীয় কৰাৰ আমাৰ পৰিকল্পনা সেয়ে বাস্তৱ হৈ নুঠিল। আমাৰ সাধ্যানুসাৰে সংকলনটি সম্পূৰ্ণৰূপত প্ৰকাশ কৰিবলৈ যত্নৰ ক্ৰটী কৰা নাই। জ্ঞাতে-অজ্ঞাতে হৈ যোৱা ভুলৰ বাবে ক্ষমা বিচাৰিছোঁ। ইতি—

৩০ চেপ্তেম্বৰ ১৯৮০
চন্দ্ৰকান্ত সন্দিকৈ ভৱন,
যোৰহাট - ৭৮৫০০১

প্ৰকাশ গোস্বামী
সম্পাদক

## সূচী

## নিমন্ত্ৰণী চিঠি

অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট—৭৮৫০০১
জানুৱাৰী ১৭, ১৯৭৭ খ্ৰীষ্টাব্দ

নিবেদন,

অসম সাহিত্য সভাৰ চতুশ্চত্বাৰিংশ সন্মিলন ১৮৯৮ শকাব্দৰ ২১, ২২ আৰু ২৩ মাঘ, খ্ৰীষ্টীয় ১৯৭৭ অব্দৰ ৪, ৫ আৰু ৬ ফেব্ৰুৱাৰী ক্ৰমে শুক্ৰ, শনি আৰু দেওবাৰে গোৱালপাৰা জিলাৰ অভয়াপুৰী চহৰত আয়োজন কৰা হৈছে। এই সন্মিলনত সভাপতিত্ব কৰিব প্ৰথিতযশা কথা-সাহিত্যিক আৰু সংসদী সদস্য চৈয়দ আব্দুল মালিক ডাঙৰীয়াই। প্ৰথম মুকলি অধিৱেশন উদ্বোধন কৰিব ভাৰতৰ জাতীয় কংগ্ৰেছৰ সভাপতি, খ্যাতনামা কবি-সাহিত্যিক মাননীয় দেৱকান্ত বৰুৱা ডাঙৰীয়াই। সন্মিলনৰ কেয়োদিনৰ কাৰ্য-সূচীত আপোনাৰ/আপোনালোকৰ উপস্থিতি বাঞ্ছা কৰা হ'ল। ইতি—

বিনীত,

শ্ৰীজ্যোতিষ বৰুৱা
সম্পাদক,
অভ্যৰ্থনা সমিতি

হেমন্তকুমাৰ শৰ্মা
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

## কাৰ্য-সূচী

চতুশ্চত্বাৰিংশ সন্মিলন : অভয়াপুৰী

৩ ফেব্ৰুৱাৰী বৃহস্পতিবাৰ :

গধূলি ৬-০০ বজা : কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশন

৪ ফেব্ৰুৱাৰী শুক্ৰবাৰ :

পুৱা ৯-০০ বজা : প্ৰতিনিধি শিবিৰৰ দ্বাৰ উদ্ঘাটন
ৰজা শ্ৰীভৈৰৱচন্দ্ৰ নাৰায়ণ ভূপ বাহাদুৰ

আবেলি ১-৩০ বজা : বিষয়-বাছনী সভা।

গধূলি ৬-০০ বজা : সাংস্কৃতিক সমাৰোহ
উদ্বোধক : শ্ৰীহোকিছে ছেমা
মুখ্য অতিথি : শ্ৰীবীৰেন্দ্ৰকুমাৰ ফুকন

৮-৩০ বজা : বিষয়-বাছনী সভা।

৫ ফেব্ৰুৱাৰী শনিবাৰ :

পুৱা ৫-৩০ বজাত প্ৰভাতী গীত।

পুৱা ৮-০০ বজাত পতাকা উত্তোলন : শ্ৰীযজ্ঞেশ্বৰ শৰ্মা,
বিদায়ী সভাপতি।

পুৱা ৮-৩০ বজাত গ্ৰন্থ উন্মোচনী সভা : অভ্যৰ্থনা সমিতিৰ
স্মৃতি-গ্ৰন্থ উন্মোচক : শ্ৰীসীতানাথ ব্ৰহ্মচৌধুৰী
সাহিত্য সংকলন : ড° হৰিশ্চন্দ্ৰ ভট্টাচাৰ্য
সাহিত্য সভাৰ প্ৰকাশন : শ্ৰীযজ্ঞেশ্বৰ শৰ্মা
বিদায়ী সভাপতি।

পুৱা ৯-৩০ বজা : প্ৰদৰ্শনীৰ দ্বাৰ উদ্‌ঘাটন :
শ্ৰীহিতেশ্বৰ শইকীয়া,
গৃহ আৰু সাংস্কৃতিক দপ্তৰৰ মন্ত্ৰী।

১২-৩০ বজা : সভাপতিক লৈ শোভাযাত্ৰা।

আবেলি ২-০০ বজা : প্ৰথম মুকলি অধিৱেশন
উদ্বোধক : শ্ৰীশৰৎচন্দ্ৰ সিংহ
সভাপতি : চৈয়দ আব্দুল মালিক
বিশিষ্ট অতিথি : অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতিসকল।

সন্ধ্যা ৬-০০ বজা : কবি-সন্মিলন
উদ্বোধক : শ্ৰীফণী ব্ৰহ্ম
সভাপতি : শ্ৰীবীৰেন বৰকটকী
কবিসকল : নৱকান্ত বৰুৱা, হীৰেণ ভট্ট, ড° নিৰ্মলপ্ৰভা বৰদলৈ, নীলমণি ফুকন, আনিচউজ জামান, হৰেকৃষ্ণ ডেকা, ৰবীন্দ্ৰ বৰা, নিত্যা দত্ত, দীনেশ গোস্বামী, পৰেশমল্ল বৰুৱা, সনন্ত তাঁতী, নাহেন্দ্ৰ পাদুন, ভৱেন বৰুৱা, নাৰায়ণ বেজবৰুৱা, লক্ষহীৰা দাস।

ৰাতি ৮-৩০ বজা : সাংস্কৃতিক সমাৰোহ ( শিল্পীলৈ সম্বৰ্ধনা আৰু মান-পত্ৰ )
সভাপতি : শ্ৰীচন্দ্ৰধৰ গোস্বামী
সম্বৰ্ধিত ব্যক্তি : ড° ভূপেন হাজৰিকা, প্ৰতিমা পাণ্ডে, ৰাজেন পাম।

৬ ফেব্ৰুৱাৰী দেওবাৰ :

পুৱা ৫-৩০ বজা : প্ৰভাতী গীত।

পুৱা ৮-৩০ বজা : সাহিত্য আলোচনা-চক্ৰ
বিষয় : যুদ্ধোত্তৰ যুগৰ অসমীয়া সমাজ আৰু সৃষ্টিশীল সাহিত্যত ঘটা পৰিবৰ্তন।
সভাপতি : শ্ৰীযোগেশ দাস
উদ্বোধক : ৰায়হান শ্বাহ
বিষয় উপস্থাপন : শ্ৰীতাৰিণীকান্ত ভট্টাচাৰ্য
বক্তা : শ্ৰীনীলিমা দত্ত।

আবেলি ১-০০ বজা : মুকলি অধিৱেশন
সভাপতি : চৈয়দ আব্দুল মালিক
উদ্বোধক : শ্ৰীপ্ৰেমখান্দু থুংগন, মুখ্য মন্ত্ৰী অৰুণাচল।
বিশিষ্ট অতিথি : অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতিসকল।
বিশিষ্ট সাহিত্যিকলৈ সম্বৰ্ধনা আৰু মান-পত্ৰ প্ৰদান

সম্বৰ্দ্ধনাৰ ব্যক্তি ঃ শ্ৰীহোমেন বৰগোহাঞি,
ড° ভবেন্দ্ৰনাথ শইকীয়া,
শ্ৰীভৃগুমুনি কাগয়ুং ।

সন্ধ্যা ৬-০০ বজা ঃ সংগীত সমাৰোহ ।

---



চতুশ্চত্বাৰিংশ সন্মিলনৰ সভাপতি
চৈয়দ আব্দুল মালিক

## পতাকা অভিবাদন

যজ্ঞেশ্বৰ শৰ্মা

মাননীয় অসম সাহিত্য সভাৰ প্ৰতিনিধিবৰ্গ আৰু অসমীয়া ভাষা-সাহিত্যক ভালপোৱা ৰাইজ,

মাঘে মাঘে এবছৰ। যোৱা টিহু অধিৱেশনৰ এবছৰৰ ঠিক পিছতে আজি অভয়াপুৰী ৰাইজৰ আমন্ত্ৰণত আকৌ আমি সাহিত্য সভাৰ পৱিত্ৰ পতাকাৰ চাৰিওকাষে গোট খাইছোঁহঁক। যোৱা বছৰটোত আমি কি কৰিলোঁ, কি নকৰিলোঁ তাৰ লেখ-বুজ লোৱা একান্ত আৱশ্যক। দুখীয়া ৰাইজে অশেষ কষ্ট কৰি অৰ্জা ধনেৰে খিতাপ কৰি পতা একো একোখন বছৰেকীয়া অধিৱেশনৰ পিছত কৰা কামৰ খতিয়ান ৰাইজৰ আগত দাঙি ধৰা আমাৰ কৰ্তব্য। এই দায়িত্ব পালন কৰাৰ লগতে অসমীয়া জাতিৰ অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ প্ৰতীক-স্বৰূপ অসম সাহিত্য সভাৰ পতাকা অভিবাদন কৰাটোও আমাৰ এটা নৈতিক কৰ্তব্য।

ভাষা হ'ল জাতি এটাৰ আত্মজীৱনী। জাতিৰ ক্ৰমবিকাশৰ বুৰঞ্জী ভাষাৰ মাজত সোমাই থাকে। সোৱণশিৰিৰ বালিৰপৰা সোণ কমোৱাদি ভাষাৰ মাজৰপৰা এই বুৰঞ্জীৰ আহিলাও বুটলিব লাগে। যুগে যুগে বিভিন্ন জাতি-উপজাতিৰ অৱিহণাস্বৰূপ শব্দসম্পদ ভাষাৰ ভঁড়ালত সোমাই থাকে। জীৱন ধাৰণৰ বিভিন্ন প্ৰণালীৰ কথা, বিভিন্ন সময়ৰ ধৰ্মীয় আৰু দাৰ্শনিক চিন্তাৰ চিন একোটা ভাষাই বহন কৰে। অসমীয়া

ভাষাও ইয়াৰ ব্যতিক্ৰম নহয়। অসম নানা জাতি-উপজাতি আৰু বিভিন্ন সংস্কৃতিৰ সংগমস্থল। আৰ্য-অনাৰ্য, অষ্ট্ৰিক-মংগোলীয়, কিৰাত-নিষাদ এই বিভিন্ন উপাদানৰ সংমিশ্ৰণত অসমীয়া ভাষাই গঢ় লৈছে। কোনো ভাষাই নিজকে অবিমিশ্ৰ আৰু বিশুদ্ধ বুলি ক'ব নোৱাৰে। অসমীয়া ভাষাৰ ভঁড়ালতো বাৰ-বৰণীয়া শব্দৰ ডাঙৰী সোমাই আছে। অসমীয়া ভাষাই এই সম্পদবোৰ সামৰি লৈছে। গতিকে অনেক জাতি-উপজাতিয়ে অসমীয়া ভাষাক নিজৰ বুলি দাবী কৰিব পাৰে। অসমীয়া ভাষা এটা সম্প্ৰদায়, এটা জাতি কিম্বা এটা দলৰ ভাষা নহয়—ইয়াত সকলোৰে অধিকাৰ। অসমীয়া ভাষা-সাহিত্যৰ উৎপত্তিত সকলোৰে দায়িত্ব। এই দায়িত্ব পালনৰ সংকল্প আমি সদায় লৈ আহিছোঁ। সেই দায়িত্বৰ কথা পাহৰোঁ বুলি আমি অসম সাহিত্য সভাৰ পতাকা আগত ৰাখি বছৰে বছৰে সুঁৱৰিব লাগিছোঁ। ক্ষন্তেকীয়া আৱেগত এটা সংকল্প লৈ আমি বছৰটোলৈ সটং জুৰিছো বুলি যেন আমাক কোনেও দায় ধৰিব নোৱাৰে, এই বিষয়ে সচেতন হোৱাটোও ঘাই কথা।

অসমীয়া ভাষাক ৰাজ্যৰ ভিতৰতে যি মৰ্যাদা আমি দিব লাগিছিল, তাক আমি আজিও দিব পৰা নাই, সেই কথা পাহৰিলে নচলিব। ৰাইজ আৰু চৰকাৰ দুয়োঘৰেই এই কথা মনত ৰাখিব লাগে। এটা ভাষাই যদি নিজক প্ৰতিষ্ঠা কৰিবলৈকে অনবৰত যুঁজ-বাগৰ কৰি থাকিবলগীয়া হয়, তেন্তে সেই ভাষাৰ সাহিত্যও প্ৰকাশ হোৱাটো আশা কৰিব নোৱাৰি।

জ্ঞানৰ বাহন হ'ব পৰাটোতহে ভাষাৰ গৌৰৱ। অসমীয়া ভাষাৰ মাধ্যমত বৃহৎ জগতৰ বিভিন্ন বিষয়ক জ্ঞানৰ কথা প্ৰকাশ কৰি জাতিটোক সকলোৰে লগত পৰিচয় কৰি দিয়া আমাৰ ঘাই কাম। সাহিত্যৰ উদ্দেশ্য কেৱল আনন্দ দিয়াই নহয়, জ্ঞান বিতৰণ কৰাও। জ্ঞান আৰু আনন্দ দুয়োটা লগ লাগিলেহে মনৰ পুষ্টি সাধন কৰিব পাৰি। জ্ঞানৰ মুখত জিলিকি পৰা বিমল জ্যোতিয়েই সাহিত্য। দৰ্শন, বিজ্ঞান, বুৰঞ্জী, ৰাজনীতি আদি বিষয়ৰ জ্ঞানৰ প্ৰচাৰ হ'লেহে সাহিত্যৰ পৰিৱেশ



সৃষ্টি হ'ব। আমাৰ দেশত এই পৰিৱেশৰ সৃষ্টিয়েই নৌ হয়। গছ-জোপাই যদি লহপহকৈ বাঢ়ি নাহে, তাত ফুল ফুলিব কেনেকৈ? পুথিভঁড়ালৰ যোগেদি, শিক্ষানুষ্ঠানৰ সহায়ত, সভা-সমিতিৰ আলোচনাৰ মাজেদি জ্ঞানৰ পৰিধি বঢ়াব পাৰিলেহে জাতিৰ মানসিক জাগৃতি আহিব পাৰে। এই সম্পৰ্কত সাহিত্য সভাৰেই বিশেষ দায়িত্ব আছে। দীঘলীয়া প্ৰস্তুতিৰ পিছতহে লেখতল'বলগীয়া সাহিত্যৰ উদ্ভৱ হ'ব পাৰে। দৰ্জীক পোছাকৰ আৰু সোণাৰিক অলংকাৰৰ ফৰ্মাচ দিয়াৰ দৰে সাহিত্যৰ ফৰ্মাচ দিব নোৱাৰি।

সাহিত্য সভাৰদৰে অনুষ্ঠানে পৰোক্ষভাৱেহে ৰস-সাহিত্যৰ সৃষ্টিত সহায় কৰে। এই অনুষ্ঠানবিলাকৰ প্ৰধান কাম হ'ল প্ৰাচীন পুথি-পাঁজি আদিৰ সংগ্ৰহ আৰু সংৰক্ষণ আৰু সম্ভৱপৰ হ'লে প্ৰকাশন। শাখা সভাসমূহৰপৰাইহে এই লাগতিয়াল কাম আশা কৰিব পাৰি; কিন্তু দুখৰ কথা যে শাখা সভাসমূহৰপৰা এই সম্পৰ্কে একো সঁহাৰি নাই পোৱা বুলিয়েই ক'ব পাৰি। আমাৰ সত্ৰসমূহ, নামঘৰবিলাকৰ আৰু পুৰণি পৰিয়ালবিলাকত থকা পুথি-পাঁজিৰ খবৰ ৰাখিব পৰাটো শাখা সভাবিলাকৰ পক্ষেহে সহজ আৰু সম্ভৱ। বছৰি বছৰি এই কথা কৈ গৈছে, আজি আকৌ দোহাৰিবলগীয়া হ'ল।

অসম সাহিত্য সভাৰ শাখা সভা আৰু সভ্যৰ সংখ্যাও বাঢ়িছে বুলি ক'ব নোৱাৰি। দুই-চাৰিখন নতুন শাখা সভাই ঠায়ে ঠায়ে গজালি মেলিছে; কিন্তু পুৰণি কিছুমান লেবেলি গৈছে। নতুন সভ্য কিছু হৈছে, লগে লগে পুৰণি সভ্য আঁতৰি গৈছে। এই বছৰ আমি দুকুৰি-আঠৈকুৰি হাজাৰ সভ্য হ'ব বুলি আগতে আশা কৰিছিলোঁ; কিন্তু কাৰ্যত হৈ নুঠিল। সাহিত্য সভাৰ পৰিসৰ বঢ়োৱা কাৰ্যত আমাৰ প্ৰতিনিধিসকলৰহে দায়িত্ব সৰহ। তেখেতসকলৰ প্ৰধান কাৰ্যও সেইটোৱেই। সভ্যৰ সংখ্যা বাঢ়িলেহে সভাৰ পুঁজিও বাঢ়ে। যোৰহাট আৰু গুৱাহাটীৰ দুঠাইত দুটা অফিছ চলোৱা কৰ্মচাৰী

দহ-বাৰজনক সন্তুষ্ট কৰা লাহে লাহে টান হৈ আহিছে। চৰকাৰৰ অনুদান অনুষ্টুপীয়া। চৰকাৰৰ ওপৰত ভেজা দিয়া আমাৰ অভ্যাস হৈ আহিছে ; কিন্তু সাহিত্য সভা সন্তোষজনকভাৱে চলোৱা ৰাইজৰহে কৰ্তব্য। ৰাইজৰপৰা যথেষ্ট সঁহাৰি পালেহে চৰকাৰৰ ওচৰত সৰহীয়া অনুদান দাবী কৰিব পাৰি। চৰকাৰে অসম সাহিত্য সভাৰ ওপৰত ৰাজনৈতিক কোনো প্ৰভাৱ পেলাব নোখোজে বুলি জানো ; কিন্তু ৰাইজে নিজৰ দুৰ্বলতা দেখুৱালে চৰকাৰেও কেতিয়াবা হেঁচা দিবগৈ পাৰে। গায়কৰ গীতৰ তাল-মান দাতাইহে সাধাৰণতে স্থিৰ কৰে। যদিও জনপ্ৰিয় চৰকাৰে সাহিত্য সভাৰ বৃহৎ জাতীয় অনুষ্ঠান এটাক বিশেষ পৃষ্ঠপোষকতা কৰা উচিত। তথাপি ৰাইজো সাহিত্য সভাৰ বিষয়ত উদাস আৰু অলস হৈ থকাটো অশোভন আৰু নীতিবিগৰ্হিত।

অসমীয়া সমাজৰ সকলো স্তৰতে অসমীয়া সাহিত্যৰ প্ৰতি অনুৰাগ জন্মাই ভাষা-সাহিত্যৰ প্ৰতি শ্ৰদ্ধা সৃষ্টি কৰাটোহে এতিয়া আমাৰ প্ৰতিনিধি আৰু শুভাকাংক্ষীসকলৰ আন এটা ঘাই কৰ্তব্য যেন লাগে।

অসমৰ লিখা-পঢ়া নজনা অতি নিমাখিত লোকেও সাহিত্য অন্তৰেৰে ভাল পায়। আমাৰ দেশৰ সন্ত আৰু মহাপুৰুষসকলে অসংখ্য গীত-নাট-পদ ৰচনা কৰি থৈ গৈছে। সেইবিলাকৰ জনপ্ৰিয়তা এতিয়াও কমা নাই। পাশ্চাত্য শিক্ষা-সভ্যতাৰ প্ৰভাৱত আমাৰ সাহিত্যই নতুন সুৰ ধৰিছে যদিও এই নতুন সাহিত্যৰ প্ৰকৃত মূল্য নিৰ্ধাৰণ কৰিব পৰা নাই আৰু জাতি আৰু সমাজৰ ওপৰত ইয়াৰ প্ৰভাৱৰ কথাও সঠিককৈ ক'ব পৰা হোৱা নাই। মেলাৰ পোহৰত নানা বৰণীয়া বস্তু দেখিলে যিদৰে সৰু লৰা-ছোৱালীয়ে কোনটো ল'ম, কোনটো নল'ম, অথবা গোটেইবোৰকে ল'ম—আমাৰো প্ৰায় তেনেকুৱাই অৱস্থা হৈছে। আমি একপ্ৰকাৰ টকৰু শৰ্মাৰ দৰেই। কোনে কেনে সাহিত্য ভাল পায় সেইটো নিৰ্ভৰ কৰে মানুহৰ শিক্ষা আৰু ৰুচিৰ ওপৰত। যি যিমানৰ



অধিকাৰী, সি সিমানখিনিহে ঢুকি পায়। আমাৰ সমাজতো শিক্ষাৰ বিস্তাৰ হ'লে, বিভিন্ন উচ্চ সাহিত্যৰ লগত মানুহৰ পৰিচয় হ'লে, মানুহে নিজেই বিচাৰ কৰিব পৰা ক্ষমতা লাভ কৰিব। আধুনিক যুগৰ ভাৰতীয় সাহিত্যত দুটা ডাঙৰ প্ৰভাৱ—পাশ্চাত্য সাহিত্য আৰু প্ৰাচীন ভাৰতীয় সাহিত্য। ইংৰাজীৰ জৰিয়তে অহা পাশ্চাত্য সাহিত্যই আমাক বহিৰ্জগতৰ লগত পৰিচয় কৰি দিলে, সংস্কৃত সাহিত্যই পুৰণি প্ৰজ্ঞাৰ ভেঁটিত থিয় কৰালে। এই দুটা ধাৰাই ভাৰতীয় সাহিত্যক সজীৱ কৰিছে। এই দুই সাহিত্যক বাদ দিলে সাহিত্যও নিৰ্জীৱ হ'ব। সংস্কৃত ভাষাৰ প্ৰতি উদাসীনতা অতি বেজাৰেৰে লক্ষ্য কৰিছোঁ। এই সম্পৰ্কে জনমত গঠন কৰাও আমাৰ কাম। বহুমূলীয়া মাণিকৰ সলনি আমি যেন ভগা গিলাছৰ টুকুৰা পাই পুলকিত নহওঁ।

বন্ধুসকল, আমি যেন আত্মপ্ৰৱঞ্চনা নকৰোঁ ; প্ৰৱঞ্চনা পাপ, আত্মপ্ৰৱঞ্চনা মহাপাপ ! অসম সাহিত্য সভাৰ পৱিত্ৰ পতাকাৰ তলত আমি এই শপত গ্ৰহণ কৰোঁহঁক। ক্ষুদ্ৰ আৰু মহৎ অনুষ্ঠান এই দুটাৰ যোৱা একেবাৰে নাহে। নিজৰ বিচাৰ-বুদ্ধি খটাই সকলো কথা ভাৱিবলৈ শিকোঁ, পাপ বুদ্ধি শত্ৰুৰ কথাত যেন ভোল নাযাওঁ। আকাৰ ইকাৰ লৈ কাজিয়া-পেঁচাল কৰিবলৈ পাহৰি পেলাওঁ। অসমত দীৰ্ঘকাল বাস কৰি অসমৰ চাউল খাই থকা আমি সকলো অসমীয়া। শান্তি আৰু সংহতি নহ'লে আমি পদে পদে ব্যৰ্থ হ'ম। হৰি কথাতকৈ চাউল কথা লাগতিয়াল বুলি কয়; কিন্তু চাউল কথাই হৰিকথাক ঢাকি ধৰিবলৈ দিব নোৱাৰি। ন বিত্তেন তৰ্পণীয়ো মনুষ্যঃ। বিত্ততকৈ চিত্ত ডাঙৰ। এই চিত্তশুদ্ধিৰ কাৰণেই আজি এই পতাকাৰ গুৰিত থিয় দিছোঁ। চিৰ চেনেহী ভাষা জননীৰ প্ৰতি আমাৰ কৰ্তব্য যেন কেতিয়াও নাপাহৰোঁ।

---

## উদ্বোধনী ভাষণ

শৰৎচন্দ্ৰ সিংহ

অসম সাহিত্য সভাৰ চতুশ্চত্বাবিংশ অধিৱেশন উপলক্ষে ঐতিহ্যপূৰ্ণ আৰু বহু প্ৰাচীন স্মৃতিবিজড়িত অভয়াপুৰী নগৰখনিত আহি সমৱেত হোৱা সাহিত্যপ্ৰেমী ৰাইজলৈ আমাৰ হিয়াভৰা ওলগ যাচিছোঁ। যিসকল প্ৰথিতযশা সাহিত্যিকে আমাৰ এই সাহিত্যৰ বৰসবাহ আলোকিত কৰিছে, সেইসকললৈও এই ছেগতে আমি আমাৰ আন্তৰিক আদৰণি জনাইছোঁ।

অসম সাহিত্য সভাই সুদীৰ্ঘ সময় ধৰি অসমৰ সাহিত্য চৰ্চাৰ ক্ষেত্ৰত নেতৃত্ব দি আহিছে। এই অনুষ্ঠানৰ একো একোখন অধিৱেশনে শদিয়াৰপৰা ধুবুৰীলৈকে সঞ্চাৰিত কৰা উৎসাহ আৰু উদ্দীপনাই এই অনুষ্ঠানৰ জনপ্ৰিয়তাকেই সূচায়। আজিও সাহিত্য সভাৰ যি অধিৱেশন বহিছে তাৰ ধ্বনি-প্ৰতিধ্বনিয়ে গোটেইখন অসম ৰজনজনাই গৈছে। পিছে উছৰমুখৰ উলহ-মালহ বিয়পাই দিয়াৰ মাজেদিয়েই এনে এটি বিশেষ অনুষ্ঠানৰ সফলতাৰ বিচাৰ কৰিব পৰা নাযায়। সামগ্ৰিকভাৱে অসমত সাহিত্যৰ বৈপ্লৱিক বিকাশ সংঘটিত কৰিব পৰাৰ ওপৰতহে অসম সাহিত্য সভাৰ সফলতাৰ প্ৰকৃত বিচাৰ কৰিব পৰা হ'ব। সাহিত্যৰ বিষয়ে মুকলি-মূৰীয়া আলোচনাই আৰু অন্তৰংগ মতামত বিনিময়ে সাহিত্যৰ বিকাশৰ ক্ষেত্ৰত বিস্তৰ উপকাৰ সাধিব পাৰে। জ্ঞানী-গুণী বহুজনৰ বিদগ্ধ আৰু সাৰগৰ্ভ আলোচনাই আমাৰ এই অধিৱেশনখনিক ইতিমধ্যে



সঞ্জীৱিত কৰি তুলিছে। ৰাজনীতিৰ কাম-কাজত সততে নিয়োজিত এজন হিচাপে এনে চিন্তা আৰু তত্ত্বগধুৰ আলোচনাত বিশেষ কোনো অৰিহণা যোগোৱাৰ বাবে মোৰ সামৰ্থ্য সীমাবদ্ধ; কিন্তু এজন সাহিত্যানুৰাগী হিচাপে মই আশা কৰোঁ আৰু কামনাও কৰোঁ যে এই অধিৱেশনে অসমত সাহিত্যৰ সময়োচিত বৈপ্লৱিক বিকাশৰ এটা নতুন অধ্যায়ৰ পাতনি তৰিব।

আজি আমাৰ সমগ্ৰ চৌদিশ এক বিশাল বিপ্লৱৰ ধ্বনিৰে মুখৰিত হৈ আছে। মধ্যযুগৰ অন্ধকাৰে স্বাধীনতা পোৱাৰ পিছতো অতদিনে আমাৰ সমাজক সকলো দিশৰপৰা আবৰি আছিল। প্ৰায় তিনি দশকৰ স্বাধীনতায়ো আমাৰ সমাজৰপৰা, আনকি আমাৰ মনৰ-পৰাও সেই অন্ধকাৰৰ স্পৰ্শ মচি দিব পৰা নাছিল। সামন্তবাদ, সাম্ৰাজ্যবাদৰ বহুদিনীয়া ইতিহাসে এৰি যোৱা বিশৃংখলাবোৰে বিভিন্ন ৰূপত বিভিন্নভাৱে আমাৰ আগবঢ়াৰ বাট ঢাকি ধৰিছিল; কিন্তু সাম্প্ৰতিক সময়ত দেশৰ মানুহৰ মনত আত্মচেতনাই ঠন ধৰি উঠিছে আৰু ভাৰতবাসীয়ে অন্ধকাৰ আঁতৰাই আগলৈ যোৱাৰ বাট পুনৰ বিচাৰি পাইছে। সামাজিক আৰু অৰ্থনৈতিক জীৱনত দেশবাসীয়ে এনেকৈয়ে অগ্ৰগতিৰ নতুন অধ্যায় এটাৰ পাতনি তৰিছে। তাৰ স্বৰূপ, তাৰ প্ৰকৃতি ইয়াত ব্যাখ্যা কৰাৰ কোনো প্ৰয়োজন নাই। চৌদিশে সমাজদৃষ্টিৰে এবাৰ মাত্ৰ চকু ফুৰালেই এই শুভ সূচনাৰ ইংগিত প্ৰত্যক্ষ কৰিব পাৰি। এয়েই আমাৰ সাম্প্ৰতিক বিপ্লৱৰ সূচনা মুহূৰ্তৰ ছবি। এই বিপ্লৱৰ আহ্বান আমাৰ সাহিত্যত প্ৰতিধ্বনিত হ'ব লাগিব।

সাহিত্যত সমাজ বিপ্লৱৰ প্ৰতিধ্বনি বিচৰাৰ মাজেদি সাহিত্য আৰু সময়ৰ নিবিড় সম্পৰ্কৰ বহু আলোচিত প্ৰশ্নটোৰ বোধ হয় পুনৰ অৱতাৰণা কৰা হৈছে। আমাৰ শ্ৰদ্ধাভাজন সাহিত্যিকসকলে নিশ্চয় ইতিমধ্যে এই প্ৰশ্নৰ সকলোবোৰ দিশ গভীৰভাৱে চিন্তা আৰু বিবেচনা নকৰাকৈ থকা নাই। বিশ্ব সাহিত্যৰ ইতিহাসৰ

পাত মেলিলে দেখিবলৈ পোৱা যায় যে ঠিক এনেবোৰ সময়তে পৃথিবীৰ বহু দেশত বহু সময়ত এই প্ৰশ্নটোৱে সাহিত্যপ্ৰেমীসকলক আকৰ্ষণ কৰিছে।

সাহিত্যনো কি? জীৱন ৰহস্য সন্ধানৰ প্ৰচেষ্টাৰে চৌদিশে সাহিত্যই গঢ় লৈ উঠে। ইতিহাস, ব্যক্তি আৰু সমাজৰ জটিলতা নিৰসনৰ চিৰন্তন প্ৰচেষ্টাৰ কাহিনী মাথোন। সৃষ্টিৰ পাতনিৰেপৰা বিভিন্ন সময়ত বিভিন্ন ধৰণে মানুহে জীৱনৰ জটিলতাবোৰ সমাধান কৰিবলৈ যত্ন কৰি আহিছে। তেনেকৈয়ে বিৰতিবিহীনভাৱে মানুহে চেষ্টা কৰি আহিছে জীৱনৰ ৰহস্য ভেদ কৰিবলৈ। এই অন্তহীন প্ৰচেষ্টাই সাহিত্যৰ উৎস। মানুহৰ অগ্ৰগতিৰ ইতিহাস অব্যাহত ৰাখিবৰ বাবেই জীৱনৰ এই দুয়োটা দিশৰ মাজত সমন্বয় ঘটাব লাগিব।

সাহিত্য আৰু সমাজৰ সম্পৰ্কৰ প্ৰশ্নটোও এই দিশৰ পৰাই বিচাৰ্য। সাহিত্যৰ ইতিহাস সমাজৰ বিবৰ্তনৰেই ইতিহাস। বেদৰ যুগলৈকে ঘূৰি গলে বেদমন্ত্ৰত সেই সময়ৰ সমাজৰ স্পন্দন কাণ পাতিলেই শুনা যায়। বেদৰ ছন্দত দেৱতাৰ কাষত মানুহৰ আকুল আবেদনত সেই সময়ৰ সমগ্ৰ সমাজৰ চিন্তা যেন অনুৰণিত হৈ আছে। বেদৰ স্তুতি সমাজচেতনাৰে সঞ্জীৱিত। ব্যক্তিকেন্দ্ৰিক চিন্তাৰে ভাৰাক্ৰান্ত নহয়।

সামন্তবাদ বা সাম্ৰাজ্যবাদৰ ইতিহাস পাৰ হৈ আহোঁতেও সাহিত্যত সেই সময়ৰ পদধ্বনি শুনিবলৈ পোৱা যায়। সামন্তবাদী সময়ত ৰাজ-অনুগ্ৰহ লাভৰ বাবে সাহিত্যই ব্যক্তিবাদৰ জয়ধ্বজা উৰুৱাইছিল। সাম্ৰাজ্যবাদৰ সময়ত ধনতন্ত্ৰৰ প্ৰভাৱ পৰিছিল সাহিত্যত।

সময়ৰ সোঁতত সেই অধ্যায়বোৰ পাৰহৈ আমি উপনীত হৈছোঁহি সমাজবাদৰ দুৱাৰদলিত। সামন্ততন্ত্ৰ, ধনতন্ত্ৰৰ আবেষ্টনী ভাঙি সমাজ এতিয়া মুক্ত হৈছেহি গণতন্ত্ৰৰ বিশাল পৰিৱেশত, য'ত জনতাই প্ৰধান আৰু জনতাই সকলো। সাহিত্যক সময়ৰ উপযোগী কৰি



তুলিবলৈ হলে আজিৰ সাহিত্যিকে জনতাৰ সুখ-দুখক উপজীব্য কৰি ল'ব লাগিব, জনতাৰ লগত সংযোগ স্থাপন কৰিব লাগিব। পৃষ্ঠপোষকতা বিচাৰিব লাগিব জনতাৰ।

সাহিত্য—এক কথাত ক'বলৈ গলে সম্পূৰ্ণ জীৱনকেন্দ্ৰিক। দৰাচলতে সকলো সাহিত্যই জীৱনকেন্দ্ৰিক। অনুভূতিৰ গভীৰতা, সূক্ষ্মতা অভিজ্ঞতাৰ পৰা আহে, সেই অভিজ্ঞতাই ক্ষণিকৰ পৰিধি ভাঙি জীৱনৰ গতিধৰ্মিতা যেতিয়া বাংময় কৰি তোলে সেয়ে সাহিত্য সৃষ্টিৰ মহৎ মুহূৰ্ত। সেই কালৰপৰা চাবলৈ গ'লে জীৱনৰ, সমাজৰ, প্ৰগতিৰ পৃষ্ঠপোষকতাই সাহিত্যৰ স্বাভাৱিক ধৰ্ম। বিশ্ব ইতিহাসত প্ৰগতিৰ পৃষ্ঠপোষকতাৰ বাবে সৎ সাহিত্য সৃষ্টিৰ বিস্তৰ দৃষ্টান্ত আছে। ফৰাচী বিপ্লৱ, ৰুছ বিপ্লৱ আদিত সাহিত্যই যোগোৱা অৰিহণা যিকোনো সাহিত্যিকৰ বাবেই গৌৰৱৰ বিষয়। আমাৰ দেশৰ স্বাধীনতা সংগ্ৰামৰ সময়ত সাহিত্য আৰু সাহিত্যিকৰ বহুমূলীয়া অৰিহণাৰ কথাও কোনেও কেতিয়াও পাহৰিব নোৱাৰে। এইদৰেই সৎ সাহিত্যই যুগৰ সমস্যাবোৰ দাঙি ধৰে আৰু চিন্তাজগতত আলোড়ন তোলে। গতিকেই সফলতা নিৰ্ভৰ কৰে তাৰ বাস্তৱবাদিতাৰ ওপৰত। জীৱনৰপৰা আঁতৰি গৈ ৰোমাণ্টিক উচ্ছ্বাসত আকাশত বিচৰণ কৰাৰ মাজেদি চমকৰ সৃষ্টি হ'ব পাৰে, যুগজয়ী সাহিত্যৰ সৃষ্টি সম্ভৱ নহয়। আমি সকলো পৃথিৱীৰ মানুহ, আমাৰ সম্পৰ্ক এৰাব নোৱৰাকৈ পৃথিৱীৰ মাটিৰ সতে। সমাজক আওকাণ কৰি আমি শিল্পী,সাহিত্যিক একো হ'ব নোৱাঁৰো। অৱশ্যে সাহিত্যিকসকলে সমাজক আলোকচিত্ৰৰ দৰে অবিকলভাৱে তুলি ধৰিব লাগে এনে কথাও কোনেও নকয়; কিন্তু ছিন্নমূল ৰোমাণ্টিক উচ্ছ্বাস আৰু নীৰস আলোকচিত্ৰৰ বাস্তৱবাদিতা দুয়োটাই সমানে নিৰৰ্থক। কল্পনা, ছন্দমাধুৰ্য সাহিত্যৰ নিশ্চয় থাকিব লাগিব; কিন্তু সাহিত্যৰ মূল বিষয়বস্তু হ'ব লাগিব আমাৰ চৌদিশৰ জীয়া বাস্তৱ আৰু মানৱতা।

সাহিত্যক সমাজৰ দাপোণ কোৱা হয়। অৰ্থাৎ সমাজে সাহিত্যৰ সৃষ্টি কৰে। বাহিৰে বাহিৰে চাবলৈ গ'লে সাহিত্যৰ কোনো দায়িত্ব নাই। সমাজে সাহিত্যক প্ৰভাৱান্বিত কৰিবই। সমাজৰ অৱক্ষয় হ'লে সেইকালৰপৰা সাহিত্যৰো অৱক্ষয় হোৱাটো স্বাভাৱিক কথা যেন লাগে; কিন্তু আচলতে স্বাভাৱিক নহয়। সমাজৰ জীৱনৰ অৰ্থই হৈছে প্ৰগতি। অৱক্ষয় উলটি যোৱা অথবা স্থিতিধৰ্মিতাৰ ফল। সাহিত্যই ক্ষণিকৰ সেই অৱক্ষয়ৰ মাজৰপৰা মানুহৰ চিৰন্তন প্ৰগতি বাসনাক উদ্ধাৰ কৰিব লাগিব। সমাজৰ আশা-আকাংক্ষাক প্ৰতিফলিত কৰি প্ৰগতিৰ স্বাৰ্থত জনতাক শিক্ষিত আৰু উদ্বুদ্ধ কৰি তুলিব লাগিব। সফল আৰু স্বতঃস্ফূৰ্ত সাহিত্য এনে ধৰণৰে। আমাৰ গাঁৱে-ভূঁয়ে সিঁচৰিত হৈ থকা লোক সাহিত্যত মানুহৰ সেই স্বতঃস্ফূৰ্ত আশা-আকাংক্ষাৰ স্পষ্ট পৰিচয় পোৱা যায়। গৰখীয়া এজনৰ বিহু গীতত ক্ষণিকৰে সমাজৰ একো একোখন ছবি ফুটি উঠে। কৃষিজীৱী সমাজৰ এই একো একোটি বিহু গীতত শস্য আৰু সন্তান, পৰিশ্ৰম আৰু প্ৰেম একাকাৰ হৈ যায়। গোৱালপৰীয়া গাভৰুৰ অশ্ৰুসজল সুৰত সমগ্ৰ সমাজৰ কণ্ঠ যেন অনুৰণিত হৈ উঠে। লোক সাহিত্যত প্ৰেমৰ মাজেদিও ফুটি উঠে মুক্তিৰ ব্যাকুলতা। এই লোক সাহিত্য প্ৰচলিত সমাজ-ব্যৱস্থাৰ বিৰুদ্ধে আছিল সবল প্ৰতিবাদ। বিদেশী শাসনৰ সময়ছোৱাত আমাৰ সাহিত্যই যদি কেৱল বিদেশী প্ৰভুৰ স্তুতিকে কৰি গ'লহেঁতেন আমাৰ হৃদয়ত স্বাধীনতাৰ বহ্নি প্ৰজ্বলিত নহ'লহেঁতেন। বিদেশী পৰাধীনতা এটা সাময়িক অধ্যায় মাত্ৰ। সমাজৰ প্ৰকৃত স্বৰূপ ফুটি ওলাইছিল মুক্তি কামনাতহে। এতিয়াও আমি ইতিহাসৰ এটা অনুৰূপ পৰ্যায়ত বাস কৰিছোঁ। মানুহ আজি দুটা বিপৰীতধৰ্মী আকৰ্ষণত দোদুল্যমান। মানুহৰ অংশ হিচাপে প্ৰত্যেক জাতি, প্ৰত্যেক গোষ্ঠী, প্ৰতিজন মানুহ এই বিপৰীতধৰ্মী আকৰ্ষণৰ মাজত আন্দোলিত হৈ আছে। সাহিত্য এটা সামাজিক বিপ্লৱৰ বাহক হৈ উঠিব পাৰে এনে সময়তহে। মেক্সিম গৰ্কীয়ে এনে



উদ্দেশ্যেৰে সাহিত্য সংগঠিত কৰাৰ কথাও ক'বলৈ কুণ্ঠিত হোৱা নাছিল। সমাজত আজি নতুন আকাংক্ষাৰ, নতুন চেতনাৰ জন্ম হৈছে। তাক আওকাণ কৰি সৎসাহিত্য সৃষ্টি কেতিয়াও হ'ব নোৱাৰে। প্ৰগতিৰ পৃষ্ঠপোষকতা কৰাই শিল্পী আৰু সাহিত্যিকৰ আটাইতকৈ মহান কৰ্তব্য আৰু সেই দৃষ্টিকোণৰপৰা অসমৰ শিল্পী-সাহিত্যিকৰ সন্মুখত এক বিৰাট দায়িত্ব আহি পৰিছে। সমাজত যি আত্ম-চেতনাৰ সৃষ্টি হৈছে তাক সুস্থ নেতৃত্ব দি সময়ৰ সমস্যা সম্পৰ্কে সমাজক ভাৱিত কৰি তুলি আমাৰ সাহিত্য, আমাৰ প্ৰগতিৰ বাবে এক অত্যন্ত প্ৰভাৱশালী সামাজিক শক্তি হৈ উঠিব পাৰে। আমাৰ পূৰ্বসুৰী সাহিত্যিকসকলৰ সমাজচেতনাৰ বাবে আমি সকলোৱে আজিও গৌৰৱ অনুভৱ কৰোঁ। আমাৰ সাহিত্য নিঃসন্দেহে দেশৰ ভিতৰত বৰ্তমান সময়ত পুনৰ নতুন সম্ভাৱনাৰে দুৱাৰদলিত থিয় কৰাইছেহি; কিন্তু কেৱল আনন্দ দানৰ উদ্দেশ্যৰেই মহৎ সাহিত্যৰ সৃষ্টি হ'ব নোৱাৰে। আনন্দ আৰু কল্যাণ উভয়কে সুসম সমন্বয়ৰ মাজেদিহে মহৎ সাহিত্যৰ সৃষ্টি হ'ব পাৰে।

জনতাৰ কল্যাণ সাধনেই আজিৰ যুগধৰ্ম। আটাইতকৈ পিছপৰা মানুহজনক আগবঢ়াই নিয়াৰ বাবে, মাটিহীনক মাটি, গৃহহীনক গৃহ, সংস্থানহীনক সংস্থান দি গণতন্ত্ৰ আৰু সৰ্বধৰ্ম সমতাৰ ভেঁটিত সমাজ ৰচনা কৰিবলৈ, দৰিদ্ৰতাৰ নাগপাশৰপৰা সমাজখনক মুক্ত কৰিবলৈ বৈপ্লৱিক সংগ্ৰাম আৰম্ভ হৈছে। এই বিপ্লৱৰ মূল শক্তি জনতা। এই বিপ্লৱৰ উৎস জনতা। জনতাৰ কাৰণেই এই বিপ্লৱৰ প্ৰয়োজন। আজিৰ সাহিত্যই বিপ্লৱক সফল আৰু সাৰ্থক কৰি তোলাত অৰিহণা যোগাব লাগিব। সেই উদ্দেশ্যেৰে জনতাই হ'ব লাগিব আজিৰ সাহিত্যৰ প্ৰেৰণা। জনতাই হ'ব লাগিব আজিৰ সাহিত্যৰ উৎস। আজিৰ সাহিত্যৰ আৱেগ-উচ্ছ্বাস, সুৰ-ছন্দ সকলোৰে মূল উৎস হ'ব লাগিব জনতা।

ভাৰতবৰ্ষৰ মুক্তিৰ কাৰণে যি গণবিপ্লৱ সংঘটিত হৈছিল, সেই

বিপ্লৱে জন্ম দিছিল বিপ্লৱী সাহিত্যৰ আৰু সেই বিপ্লৱী সাহিত্যই মুক্তি সংগ্ৰামক আগবঢ়াই দিছিল সফলতাৰ ফালে। আজিও একেদৰে জনতাকে কেন্দ্ৰ কৰি সমগ্ৰ ভাৰতবৰ্ষত অৰ্থনৈতিক মুক্তিৰবাবে যি বৈপ্লৱিক সংগ্ৰাম আৰম্ভ হৈছে, তাৰ প্ৰেৰণাৰে সৃষ্টি হ'ব লাগিব বিপ্লৱী সাহিত্য আৰু বিপ্লৱী সাহিত্যই এই অৰ্থনৈতিক মুক্তিৰ সংগ্ৰামক আগবঢ়াই নিব লাগিব সাৰ্থকতাৰ ফালে, সফলতাৰ ফালে। এয়ে সাহিত্যৰ ধৰ্ম, এইবাবেই সাহিত্যৰ সৃষ্টি, ইয়াতেই সাহিত্যৰ সাৰ্থকতা।

——

## অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ

উত্তমচন্দ্ৰ ব্ৰহ্ম

শ্ৰদ্ধাস্পদ সভাপতি ডাঙৰীয়া, উদ্বোধক মহোদয়, বিশিষ্ট অতিথিবৃন্দ, অসমৰ চাৰিওফালৰপৰা অহা প্ৰতিনিধিবৰ্গ আৰু চিৰ চেনেহী ভাষা জননীৰ সেৱক সমৱেত ৰাইজ!

জয় জয়তে আজিৰ এই শুভ মুহূৰ্তত আপোনালোক সকলোকে মই মোৰ নিজৰ আৰু অভ্যৰ্থনা সমিতিৰ পক্ষে সকলোৰে হৈ সশ্ৰদ্ধ সম্ভাষণ আগবঢ়াইছোঁ। আপোনালোকৰদৰে ভাষা জননীৰ নিষ্ঠাবান পূজাৰীবৃন্দক এইহেন আওহতীয়া ঠাইত একেলগে পাই আমি ধন্য মানিছোঁ। পৰম প্ৰেমময় পৰমপিতাৰ কৰুণা আৰু আপোনালোকৰ সহৃদয় সহযোগত এই অধিৱেশনৰ কাৰ্য-সূচী আৰম্ভ কৰিবলৈ পাই আমি কৰ্মীবৃন্দ আনন্দিত হৈছোঁ আৰু শেষ মুহূৰ্তলৈকে সুকলমে সমাধা কৰিব পাৰিম বুলি আশা ৰাখিছোঁ। আপোনালোকক সোধ-পোছ



কৰোঁতে জ্ঞাত বা অজ্ঞাতভাৱে দোষ-ত্ৰুটী হলে নিজগুণে মাৰ্জনা কৰিব বুলি আশা ৰাখি থলো।

সহযাত্ৰী বন্ধুসকল!

আজি আপোনালোকে যি ঠাইত সমৱেত হৈছে, এই ঠাইখনৰ নাম অভয়াপুৰী। ই আগৰ বিজনী ৰাজ্যৰ ৰাজধানী। এই অঞ্চলৰে গাঁৱলীয়া মহিলা এগৰাকীয়ে ইং-১৮৬২ চনত জন্মলাভ কৰি কেনেকৈ নিজ প্ৰতিভা আৰু গুণৰাজিৰে সকলোকে আকৰ্ষণ কৰি এগৰাকী সুদক্ষা শাসনকৰ্ত্তী ৰাণী হিচাপে এই স্থানখনক কলা-কৃষ্টিৰে মহিমামণ্ডিত জাকতজিলিকা ৰম্যভূমিত পৰিণত কৰিছিল, তাৰেই পৱিত্ৰ স্মৃতি বিজড়িত হৈ আছে এই অভয়াপুৰী নগৰী ৰাণী অভয়েশ্বৰী দেৱীৰ নামত। অসমীয়া কলা-কৃষ্টি সভ্যতাৰ প্ৰবীণ পৃষ্ঠপোষক ষোল শতিকাৰ কামৰূপ ৰাজ্যৰ বিক্ৰমাদিত্য মহাৰাজ নৰনাৰায়ণৰ আদৰ্শনীয় কনিষ্ঠ ভ্ৰাতৃ সংগ্ৰামসিংহ চিলাৰায়ৰ একে বংশজাত বিজনী ৰাজবংশৰ শেষ উত্তৰাধিকাৰী প্ৰাক্তন ৰজা শ্ৰীভৈৰেন্দ্ৰ নাৰায়ণ ভূপবাহাদুৰে ইং ১৯৫৬ চনত স্বাধীন ভাৰত চৰকাৰৰ ওচৰত স্বেচ্ছাই ৰাজত্ব অৰ্পণ কৰি আজিৰ প্ৰগতিবাদী সমাজতান্ত্ৰিক দেশ গঠনৰ বাবে বৰঙনি যোগাই আছে।

এই ঠাইখনৰ পূৰ্বৰ নাম হেনো দেওহাটী আছিল। স্থানীয় অৰ্থত দেওহাটী দেও দেৱতাৰ বাসস্থান, লীলাক্ষেত্ৰ। অটব্য হাবিয়নিৰে ভৰা, দেও-ভূতৰে ভৰপূৰ হৈ থকা এই দেওহাটী অঞ্চল ১৮৯৭ চনৰ পিছত কেনেকৈ ফুলনি বাগিচাত পৰিণত হ'ল তাৰ কাহিনী হৈছে ৰাণী অভয়েশ্বৰী দেৱীৰ জীৱন কাহিনী, তাক আপোনালোকে স্থানান্তৰে অৱগত হোৱাৰ সুযোগ পাব। ইয়াৰ উত্তৰ-পশ্চিমে কিছু আঁতৰত থকা বিখ্যাত "ৰাম ৰজাৰ গড়"। ইয়াতেই অম্বৰাধিপতি মানসিংহৰ নাতি ৰামসিংহ আহোম আৰু মোগলৰ যুদ্ধৰ সময়ত বাহৰ পাতি আছিল। ইয়াৰ ৫ মাইলমান আঁতৰত বিখ্যাত

যোগীঘোপা পাহাৰ, যি পৱিত্ৰস্থানত থকা ১৮টা গুহাত যোগী সাধক মহাপুৰুষসকলে ওঁমকাৰ ধ্যান কৰিছিল, য'ত অসমৰ স্বাধীন শেষ ৰজা চন্দ্ৰকান্ত সিংহই মানৰ বিৰুদ্ধে শেষ ৰণ দি হা-হুমুনিয়া পেলাইছিল। আজিও ফুলবা আৰু চতলাই বুঢ়া বাঘবৰ পাহাৰক সাক্ষী কৰি "স্বাধীনতাৰ সোৱাদ অমৃত সমান" বুলি কল কল কৰি মহাবাহু ব্ৰহ্মপুত্ৰৰ ঢৌৱে খলকনি লগাই আছে। ইয়াৰে কাষৰে-পাজৰে মুকলি কিতাপৰদৰে থকা লালমাটিৰ গণেশ মন্দিৰ, লুঙাই পাহাৰৰ ভগ্নাৱশেষ, বুৰঞ্জীৰ সন্ধিস্থল দীঘলটাৰী, হাদিৰাচকী, হুমুৰীয়া, ৰাঙাপানী, যোগীঘোপা, পঞ্চৰত্ন, সাতালী পৰ্বতত থকা দ্বিতীয় কাশীধামস্বৰূপ মৰনৈ, শ্ৰীসূৰ্য এলেকা, টুক্ৰেশ্বৰী, চান্দৰদিঙা, ভৈৰৱচূড়া, শংকৰঘোলা, বিষ্ণুপুৰ আদিৰ প্ৰাচীন ঐতিহ্যৰ সজীৱ স্মৃতি বুকুত বান্ধি ব্যক্তৰ অপেক্ষাত ৰৈ আছে। এই পীঠস্থান আৰু পৌৰাণিক স্মৃতিবিমণ্ডিত ঠাইবিলাকৰ অন্তৰালত যি ঐতিহাসিক তত্ত্ব নিহিত হৈ আছে তাক উদ্ঘাটন কৰি দেশৰ ইতিহাস সমৃদ্ধি কৰাৰ দায়িত্ব আপোনালোকৰ ওপৰত নিৰ্ভৰ কৰিছে।

যুগ যুগ ধৰি বাসকৰা আদিবাসী—আৰ্য, অষ্ট্ৰিক, দ্ৰাৱিড়, মংগোলীয়, কিৰাটী সংস্কৃতি, ভাৰতভূমিৰ বিভিন্ন অঞ্চলৰপৰা অহা বঙালী, বিহাৰী, ৰাজস্থানী, পাঞ্জাৱী, উৰিয়া আদি ভাইসকলৰ নিজ নিজ সংস্কৃতিয়ে অসমীয়া সাংস্কৃতিক গঠনত অৰিহণা যোগাইছে, তাক নিশ্চয় আপোনালোকে স্বীকাৰ কৰিব। এই জিলাৰ গীত-মাত, ৰীতি-নীতিৰ প্ৰতিভূস্বৰূপ লোকগীত, লোকনৃত্যই অসমীয়া সংস্কৃতিৰ অনুপম অনুদান জোগাইছে; যদিও বিস্তৃত চৰ্চাৰ অভাৱত গৱেষণাৰ বস্তু হৈ আছে। অসমৰ থলুৱা বাসিন্দা বড়ো-কছাৰী ভাইসকলৰ একাংশই ভুল বুজাবুজিৰ ফলত কিছুদিনৰ আগতে সাময়িক আৱেগ প্ৰৱণতাৰ ফলত অসমীয়া ভাষাৰ প্ৰতি কিছু অসুৱা মনোভাৱ প্ৰকাশ কৰিছিল যদিও অসমীয়া ভাষাপ্ৰেমী চিন্তাশীল হিতাকাংক্ষী ৰাইজৰ চেষ্টাত সেই ভুল বুজাবুজিৰ ভাৱ নাইকিয়া হৈছে। এনে ধৰণৰ



বুজাপৰাৰ ভাৱধাৰা যাতে আপোনালোকৰ সাহিত্য সাধনাৰ মাধ্যমেদি হয় তাৰ বাবে মই আহ্বান জনাইছোঁ।

গোৱালপাৰা জিলা অসমীয়া ভাষা আৰু সংস্কৃতিৰ প্ৰহৰী। এইখনকে ধৰি অসম সাহিত্য সভাৰ ৭ম বাৰ্ষিক অধিৱেশন বহুৱাৰ দায়িত্ব গোৱালপাৰা জিলাবাসী ৰাইজে আনন্দেৰে বহন কৰি আহিছে আৰু ভৱিষ্যতেও নিশ্চয় বহন কৰিব। এই সুযোগতে যিসকল মহান সাহিত্যিক আৰু বৰেণ্য সভাপতিয়ে ১৯১৭ চনত আৰম্ভ হোৱা অসম সাহিত্য সভাৰ প্ৰথম অধিৱেশনৰপৰা ১৯৭৭ চনত বহিব ধৰা ৪৪তম অধিৱেশনলৈকে অসমীয়া ভাষাক মহাবাহু ব্ৰহ্মপুত্ৰৰ গতিৰ দৰে চলাই আহিছে তেওঁলোক সকলোলৈকে প্ৰণিপাত জনাইছোঁ। ১৯১৮ চনৰ গোৱালপাৰা অধিৱেশনৰ সভাপতি স্বৰ্গীয় চন্দ্ৰধৰ বৰুৱা, ১৯২৬ চনৰ ধুবুৰী অধিৱেশনৰ সভাপতি শ্ৰদ্ধেয় বেণুধৰ ৰাজখোৱা, ১৯২৭ চনৰ গোৱাপাৰা অধিৱেশনৰ সভাপতি দেশভক্ত তৰুণৰাম ফুকনদেৱ, ১৯৫৬ চনৰ ধুবুৰী অধিৱেশনৰ সভাপতি প্ৰত্নতাত্ত্বিক শ্ৰীবেণুধৰ শৰ্মা, ১৯৬১ চনৰ গোৱালপাৰা অধিৱেশনৰ সভাপতি শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী, ১৯৭২ চনৰ ধুবুৰী অধিৱেশনৰ সভাপতি স্বৰ্গীয় হেম বৰুৱা ডাঙৰীয়াপ্ৰমুখ্যে যিসকলৰ অমৰবাণীয়ে গোৱালপাৰাবাসীক অসমীয়া ভাষা আৰু সাহিত্যৰ সেৱক হ'বলৈ উদগনি দিছে তেখেতসকলক আমি শ্ৰদ্ধাৰে সুঁৱৰিছোঁ। গোৱালপাৰা জিলাৰ যিসকল সাহিত্যিকে অসমীয়া ভাষা-সাহিত্যৰ সেৱা কৰি ইয়াৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে তেখেতসকললৈও ধন্যবাদ আগবঢ়াইছোঁ। সেয়ে এই জিলাবাসীয়ে আশা কৰে আপোনালোকৰপৰা এধানি মৰম আৰু যি যি কাৰণত এই জিলাবাসী পিছপৰি আছে তাক উদ্ঘাটন কৰি আপোনালোকৰ অমৰ লেখনীৰে দূৰ কৰাৰ সহায়ক হৈ আপোনালোকৰ লগত খোজ মিলাই চলিবৰ সমৰ্থ কৰি তোলক।

মই সাহিত্যিক নহওঁ; সেইবুলি সাহিত্যসেৱী হোৱাত নিশ্চয় কোনো বাধা নাই। সাহিত্যসেৱী হিচাপে আপোনালোক "সত্যম্ শিৱম্ সুন্দৰম্"ৰ

সেৱক হৈ মানুহৰ মাজত থকা ভেদাভেদ দূৰ কৰি নিজে জীয়াই থাকক আৰু আনকো জীয়াই থাকিবলৈ দিয়ক, এই নীতিৰ সাৰ্থক ৰূপদান দিয়াৰ কাৰণে নৱৰ মাজত থকা পাশৱিক দোষ-বিলাক শোধন কৰি এই পৃথিৱীলৈ স্বৰ্গক নমাই আনক, এই প্ৰত্যাশা নিশ্চয় আপোনালোকৰ ওচৰত মই আশা কৰিব পাৰোঁ। এই উদ্দেশ্যত উপনীত হ'বৰ কাৰণে আপোনালোকে বাছি দিয়া জনপ্ৰিয় চৰকাৰে ভালেমান জনকল্যাণমূলক আঁচনি হাতত লৈছে, সিবিলাক সফল ৰূপায়ণত আপোনালোকে প্ৰধান ভূমিকা ল'ব পাৰে। সমাজত থকা অৰ্থনৈতিক বৈষম্য দূৰীকৰণৰ ব্যৱস্থা, সম্পত্তিৰ ওপৰত থকা মানুহৰ চিৰকলীয়া অহৈতুকী প্ৰীতি, মানুহৰ জন্মগতভাৱে উচ্চ-নীচ জাত সম্পৰ্কে ভ্ৰান্তধাৰণা, পৰিয়াল পৰিকল্পনা সম্পৰ্কে ঐশ্বৰিক হাত থকা ধাৰণা, যুগৰ আহ্বান ২৫ দফীয়া কৰ্মসূচীৰে নতুন সমাজ গঠনৰ প্ৰচেষ্টাত সাহিত্যিক, লেখক আৰু কবিসকলে প্ৰভূত বৰঙনি যোগাব পাৰে।

মোৰ এই সামান্য অভিভাষণখনিৰে আপোনালোকৰ সময় কাঢ়ি নিবৰ ইচ্ছা নাই। মই মাথোন ইয়াকেই আশা ৰাখিছোঁ, অসমত অসমীয়া ভাষা, ৰাজ্যভাষা স্বীকৃতি লাভ কৰিলেও, ইয়াৰ প্ৰয়োগ, প্ৰসাৰ আৰু প্ৰচাৰত আপোনালোকৰ পূৰ্ণ সহযোগিতা লাগিব। যুগধৰ্মৰ লগত মিলি যাব পৰাকৈ অৱহেলিত পাছপৰা সম্প্ৰদায়-সমূহক আপোনালোকৰ লেখনীৰে উদ্বুদ্ধ কৰিব, যাতে আপোনালোকৰ সাহিত্য সাধনাৰ জৰিয়তে লাভ কৰা সুফল ভোগ সকলোৱে সমান-ভাৱে পাব পাৰে।

আজিৰ এই সমৱেত জ্ঞানী, গুণী সাহিত্যসেৱীসকলৰ অভ্যৰ্থনাৰ দায়িত্ব গোৱালপাৰাবাসী ৰাইজে ল'বলৈ পাই নথৈ আনন্দিত হৈছোঁ। সকলো ৰাইজৰ সক্ৰিয় সহযোগত এই গুৰুদায়িত্ব বহন কৰাত কৃতকাৰ্য হ'ব বুলি মোৰ সম্পূৰ্ণ বিশ্বাস আছে। এই অধিৰেশন কৃতকাৰ্যতাৰে সম্পন্ন কৰিবলৈ ৰাইজ, ছাত্ৰ-ছাত্ৰী, শিক্ষক-



শিক্ষয়িত্ৰী, সমাজকৰ্মী, সাহিত্যপ্ৰেমী, চৰকাৰী আৰু বে-চৰকাৰী কৰ্মচাৰীসকল, বিভিন্ন ভাষা-ভাষীৰ সদাশয় লোকসকলে আৰ্থিক, কায়িক, বুদ্ধি-পৰামৰ্শ আগবঢ়াইছে। মই তেওঁলোকলৈ আন্তৰিক ধন্যবাদ জনাইছোঁ। যোগীঘোপা কাগজ কলৰ মেনেজিং ডাইৰেক্টৰ আৰু আন আন কৰ্মচাৰীবৃন্দৰ সহযোগ শলাগিবলগীয়া। অভয়াপুৰী নিবাসী শ্ৰীদেৱেন পাঠকদেৱ, বঙাইগাঁও নিবাসী শ্ৰীজসকৰণ ওসৱাল, গুৱাহাটী নিবাসী শ্ৰীসন্তোষকুমাৰ হিমাৎচিনকা, বঙাইগাঁও চহৰ মাৰ্চেন্ট এচোচিয়েচন, গোৱালপাৰা চহৰ মাৰ্চেন্ট এচোচিয়েচন, অভয়াপুৰী বজাৰ কমিটীয়ে একোটাকৈ আহাৰ যোগানৰ দায়িত্ব লৈ আৰু অভয়াপুৰী নিবাসী শ্ৰীপ্ৰদীপ অধিকাৰী, অভয়াপুৰী বাচ এচোচিয়েচন আৰু অভয়াপুৰী বজাৰ কমিটীয়ে একোটাকৈ জলপানৰ দায়িত্ব বহন কৰি অভ্যৰ্থনা সমিতিক সহায় আগবঢ়াইছে। তাৰ বাবেও মই তেখেতসকললৈ আন্তৰিক ধন্যবাদ আগবঢ়াইছোঁ। অধিৰেশনখন নিয়াৰিকৈ কৃতকাৰ্য কৰাত ৰাজ্যিক চৰকাৰৰ বিভিন্ন বিভাগ, বিশেষকৈ গৃহ, গড়কাপ্তানী, বন, পানী যোগান, স্বাস্থ্য, বিজুলী যোগান বিভাগে সহায় আৰু পৰামৰ্শ আগবঢ়াইছে। চৰকাৰী আৰু বে-চৰকাৰী বিভিন্ন বিভাগে প্ৰদৰ্শনীত অংশ গ্ৰহণ কৰিছে। ৰাজ্যৰ বেলেগ বেলেগ অংশৰপৰা শিল্পী দলে অংশ গ্ৰহণ কৰি অধিৰেশন কৃতকাৰ্য কৰাত সহায় কৰিছে। অভ্যৰ্থনা সমিতিৰ হৈ মই তেওঁলোকলৈ ধন্যবাদ জনাইছোঁ। আপোনালোকলৈ অভ্যৰ্থনা জনোৱাত জ্ঞাত বা অজ্ঞাতভাৱে নিশ্চয় ত্ৰুটী-বিচ্যুতি হৈ যাব। তাৰ বাবে সকলো দায়-দোষৰ বাবে ক্ষমা ভিক্ষা কৰি সকলোলৈকে সেৱা জনাই মোৰ অভিভাষণৰ সামৰণি মাৰিলোঁ।

অসমীয়া ভাষা আৰু সাহিত্যৰ জয় হওক।

জয় হিন্দ

## সভাপতিৰ অভিভাষণ

চৈয়দ আব্দুল মালিক

মাননীয় অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া, মাননীয় প্ৰতিনিধি-সকল, সন্মানিত বিশিষ্ট অতিথিসকল, মাননীয় সাহিত্যিকসকল, সাহিত্যসেৱী বন্ধু-বান্ধৱীসকল আৰু অভয়াপুৰীৰ এই পৱিত্ৰ সাহিত্যপীঠত সমৱেত হোৱা চিৰশ্ৰদ্ধাভাজন ৰাইজ,

তিনিকুৰি বছৰৰ আগেয়ে জন্মলাভ কৰা অসম সাহিত্য সভাৰ গুৰিধৰোঁতা, অসমীয়া ভাষা, সাহিত্য, সংস্কৃতি আৰু জাতীয়তাৰ সম্ভাৱনা আৰু সমৃদ্ধিৰ স্বপ্নেৰে উদ্বুদ্ধ, অসমৰ অমৰ সাহিত্যিক, চিন্তানায়ক আৰু সংস্কৃতিসেৱীসকলৰ কথা সসন্মানে সুঁৱৰি,

যিসকল ভাষা-সংস্কৃতি-সাহিত্যপ্ৰেমী লোকৰ নিঃস্বাৰ্থ আৰু অক্লান্ত শ্ৰম, চেষ্টা আৰু সংগ্ৰামৰ ফলত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিয়ে পৃথিবীৰ সাহিত্য-সমাজত নিজৰ প্ৰাপ্য আসন বিচাৰি লোৱাৰ পথত ভৰি দিবলৈ আগ বাঢ়িছে,

যিসকলৰ আদৰ্শ আৰু ত্যাগৰ, স্বপ্ন আৰু হতাশাৰ স্বাক্ষৰ আমাৰ সাহিত্যৰ ইতিহাসৰ পাতে পাতে জীৱন্ত হৈ আছে,

যি সকল মহান সাহিত্যকৰ্মীয়ে সাহিত্যৰ যোগেদিয়ে অসমীয়া নামৰ এটা জাতি, এটা সংস্কৃতি আৰু এটা বৰণীয় ঐতিহ্যৰ ভেঁটি বান্ধিলে,

যি সকলৰ লেখনী, কৰ্ম আৰু জীৱনাদৰ্শৰপৰা প্ৰেৰণা লৈ অসমীয়া সাহিত্য বিকাশ আৰু আত্মপ্ৰতিষ্ঠাৰ পথত নিশ্চিত পদক্ষেপেৰে আগুৱাই গৈছে,



সেই সকলোৰে প্ৰতি সন্মানেৰে আৰু কৃতজ্ঞতাৰে মূৰ দোঁৱাই আৰু বৰ্তমানৰ যি সকল সাহিত্য-সাধকৰ অটল সংকল্প, গভীৰ নিষ্ঠা, কঠোৰ শ্ৰম আৰু একাগ্ৰতাই অসমীয়া সাহিত্যৰ বৰ্তমানৰ আৰু ভৱিষ্যতৰ ৰাজআলিত আশা আৰু প্ৰত্যয়ৰ বহুবৰণীয়া নতুন পোহৰ ছটিয়াইছে,

সেইসকলৰ বন্ধুত্ব, সহযোগিতা আৰু পথ-নিৰ্দেশৰ ওপৰত নিৰ্ভৰ কৰি, উদাৰচিতীয়া ৰাইজৰ চেনেহ আৰু আশীৰ্বাদক মূলধন কৰি লৈ, নিজৰ অযোগ্যতা আৰু অক্ষমতাৰ কথা অকণো পাহৰি নোযোৱাকৈ, অসমীয়া ৰাইজৰ হৃদয়ৰ থাপনাস্বৰূপ অসম সাহিত্য সভাৰ সভাপতিৰ এই মহান আৰু পৱিত্ৰ আসন এই নিঃকিনে গ্ৰহণ কৰিছে। অসমৰ সদৌ ৰাইজ লগ লাগি উলহ-মালহেৰে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ মহান সত্তাক নতুন শক্তি, নতুন ৰূপেৰে সঞ্জীৱিত কৰি তুলিবৰ কাৰণে কৰা এই সমূহীয়া আয়োজনত এই নিঃকিনেও আপোনাসকলৰ লগতে সমল যোগনীয়া হোৱাৰ সৌভাগ্য লাভ কৰি ধন্য হৈছে।

অসম সাহিত্য সভা অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ আটাইতকৈ বৃহৎ, আটাইতকৈ শক্তিশালী আৰু আটাইতকৈ আদৰৰ ৰাজহুৱা অনুষ্ঠান। যি সকলে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিক নিজৰ বুলি ভাৱে, সেইসকলে অসম সাহিত্য সভাকো নিজৰ বুলি ভাৱে। এই কাৰণেই নিজৰ সভাখনৰ অধিৱেশন নিজৰ নিজৰ অঞ্চলত পাতিবৰ কাৰণে হেতা-ওপৰা লগায়; সভাৰ অধিৱেশন নিজৰ ঠাইত পতাত, সাহিত্য সভাত যোগদান কৰাক, সভাৰ কাৰ্যকলাপৰ লগত জড়িত হৈ পৰাক পৰম আনন্দ আৰু সন্মানৰ কথা বুলি গণ্য কৰে।

ৰাইজে সাহিত্য সভাক নিজৰ আপোন বুলি ভাৱে কাৰণেই, ইয়াৰ সংগ্ৰামক নিজৰ সংগ্ৰাম বুলি ধৰে; ইয়াৰ দোষ-দুৰ্বলতা

ত্ৰুটী-বিচ্যুতিৰ বাবে বিচলিত হয়, ইয়াৰ শক্তি সাফল্যত উল্লসিত হয়, ইয়াক জয়জয়-ময়ময় কৰিবৰ কাৰণে দেহেকেহে খাটি দিহা-পৰামৰ্শ দিয়ে, ইয়াক সমালোচনা কৰে।

সাহিত্য সভাৰপৰা নিলগত থকাসকলেও, সভাই কিৰাকিবি বহুত কৰিব নোৱাৰাৰ কাৰণে দোষাৰোপ কৰে, ইয়াৰ আঁচনি আৰু কাম-কাজৰ খুঁত উলিয়ায়; তেওঁলোকেও পৰোক্ষে হ'লেও, অসমৰ ভাষা-সাহিত্যৰ কাৰণে বহুত কিছু কৰিবৰ কাৰণে সাহিত্য সভাৰ ওপৰতে নিৰ্ভৰ কৰে। অন্য কোনোৱে চিন্তা নকৰা বা হাতত নোলোৱা কামবোৰ সাহিত্য সভায়েই কৰক বুলি বাঞ্ছা কৰে। যিসকলে ব্যক্তিৰ গাইগুটীয়া শক্তিতকৈ ৰাইজৰ সমূহীয়া, মুঠবন্ধা শক্তিক অধিক কৰ্মক্ষম বুলি বিশ্বাস কৰে, সেইসকলে অসমৰ জাতীয় সাহিত্য-সংস্কৃতিৰ সমস্যাবোৰৰ সমাধানৰ কাৰণে সাহিত্য সভাৰে নেতৃত্ব আৰু আশ্ৰয় বিচাৰে।

ৰাইজৰ এই আস্থায়েই অসম সাহিত্য সভাক শক্তি যোগাই আহিছে। যোৱা তিনিকুৰি বছৰে অসমৰ ৰাইজে সাহিত্য সভাৰ নিৰ্দেশ নেতৃত্বক যিদৰে মান্যতা দি আহিছে তাৰ দ্বিতীয় উদা-হৰণ পাবলৈ টান।

অসম সাহিত্য সভাৰ নিচিনাকৈ অন্য কোনো অনুষ্ঠানেই সকলো ঠাইৰ, সকলো জাতিৰ, সকলো ধৰ্মৰ, সকলো মতাদৰ্শৰ, সকলো স্তৰৰ, সকলো বয়সৰ পুৰুষ-নাৰী, যুৱক-যুৱতী, ল'ৰা-ছোৱালীক নিজৰ বুকুত সামৰি নলয়, ল'ব নোৱাৰে। শিল্পী-সাহিত্যিকে মানুহৰ মনৰ ভাৱ বেকত কৰে, হৃদয়ৰ অনুভূতিক বাঙময় ৰূপ দিয়ে, মানুহৰ স্বপ্নৰ ৰূপছবি আঁকে। হয়তো অসমৰ ৰাইজে সাহিত্য সভায়ো তেওঁলোকৰ মনৰ ভাৱ ব্যক্ত কৰাটো বিচাৰে, হৃদয়ৰ অনুভূতি প্ৰকাশ কৰাটো বিচাৰে, ৰাইজৰ সপোনৰ ৰূপ দিয়াটো বিচাৰে। সেয়ে ৰাইজে নিজক সভাৰ লগত জড়িত কৰিবলৈ হেঁপাহ কৰে।



সাহিত্য সভা অনুষ্ঠিত হোৱা ঠাইত গৃহস্থ আৰু অতিথি একাকাৰ হৈ পৰে। ৰাইজে বাৰীৰ লাইপাত এমুঠি দিও সাহিত্য সভালৈ অহা অতিথিসকলক আদৰে; ধানখেৰৰ ওপৰত শুয়ো অতিথি-সকলে অভ্যৰ্থনাৰ আন্তৰিকতাক সাদৰ স্বীকৃতি জনায়।

অসম সাহিত্য সভা ৰাইজৰ সভা। বছৰৰ মূৰত এবাৰ হ'লেও কোনোবা এঠাইত সদৌ অসম আৰু দাঁতি-কাষৰৰ ৰাইজ একে ঠাইত গোট খোৱাৰ উপলক্ষ্য হ'ল সভাৰ অধিৱেশন। অভ্যৰ্থনাৰ আয়োজন কেৱল জনদিয়েক সাহিত্যিকৰ কাৰণে নহয়, সমৱেত সদৌটিৰ কাৰণে।

অসমৰ কোনোবা এঠাইত সভাৰ বছৰেকৌয়া অধিৱেশন বহে, এদিনীয়া, দুদিনীয়া বা তিনিদিনীয়া। ৰাইজলৈ বছৰটোৰ তিনিশ তিনিকুৰি তিনিটা দিন এৰি সাহিত্য সভাই দুটা বা তিনিটা দিন নিজলৈ বুলি বিচাৰে। এখন ৰাজ্যৰ সদৌ ৰাজ্যৰ সাৰ্বজনীন উৎসৱৰ কাৰণে তিনিটা দিন বৰ বেছি জানো ?

আপোনালোকে মোক সভাপতি পাতিছে। সভাপতিৰ দায়িত্ব গধুৰ। সেই দায়িত্ব বহনৰ শক্তি আৰু যোগ্যতা মোৰ কিহত আপোনাসকলে দেখা পাইছে মই নাজানো। প্ৰায় পঁচিশ বছৰকাল স্কুলে-কলেজে মাষ্টৰী কৰিলো বুলিয়ে সাহিত্যৰ মজিয়াতো মাষ্টৰী কৰাৰ অৰ্হতা আৰ্জন কৰিলো বোলাৰ সমান ধৃষ্টতা আৰু অহমিকা মোৰ নাই।

মোৰ বেহানি—সামান্য অকণমান চিন্তা, অকণমান কল্পনা, তেনেই সামান্য অভিজ্ঞতা। বিদ্যা-বুদ্ধি, অধ্যয়নো তদ্ৰূপ। সেয়ে সম্বল। মোৰ অভিজ্ঞতাৰ পৃথিৱীখন সৰু, জ্ঞানৰ ভঁড়ালৰ তলিত এমুঠি পতনুৱা লখিমী, ভাৱ-কল্পনা পৈণত হয়গৈ মানে যমৰ দুৱাৰদলিয়েই পামগৈ কিজানি। আপোনালোকে বিচাৰিলে মোৰ ভিতৰত তাতকৈ বেছি আৰু একো নাপায়।

দাৰ্শনিক, সাহিত্যিক মনীষী লৰ্ড বাৰ্ট্ৰাণ্ড ৰাছেলৰ বোলে 'চুট' মুঠেই এসাজহে আছিল। এই কথাৰ সত্যাসত্য নিৰ্ণয় কৰোঁ বুলি এজন কৌতূহলী মানুহে হেনো লৰ্ড ৰাছেলৰ ঘৰলৈ গৈ সুধিলে, "লৰ্ড ৰাছেল, আপোনাৰ 'চুট' বোলে মুঠেই এসাজহে। সেই 'চুট'যোৰ আপুনি বাৰু ক'ত থৈছে—চাব পাৰোনে ?"

মনীষী ৰাছেলে হেনো গাত পিন্ধি থকা পুৰণি চুটযোৰ দেখুৱাই উত্তৰ দিলে, "হয়, এয়া, সেই কাপোৰসাজ মই পিন্ধিয়ে আছো।"

মোৰপৰা লেখক হিচাপে আপোনালোকে যি পাইছে, আপোনালোকে মোৰ যি দেখিছে সেয়াই সকলো, আৰু একো নাই। ৰাইজৰ চকুত মোৰ হেজাৰ-বিজাৰ দোষ-দুৰ্বলতা, ক্ৰুটী-অপূৰ্ণতা ধৰা নপৰাকৈ থকা নাই। তথাপি ৰাইজে মৰম নকৰি থকা নাই। ৰাইজৰ ক্ষমা আৰু উদাৰতাই মোক আৰু ঋণী কৰিছে, কণাকড়িৰ গৰাকীক কুবেৰৰ আসন যাচিছে। এই মহানুভৱতাই মোৰ ক্ষুদ্ৰতা উপলব্ধি কৰাত আৰু সহায় কৰিছে।

অসম সাহিত্য সভাৰ সভাপতি হিচাপে আজি যি দুআষাৰ কথা ক'বলৈ ওলাইছোঁ আৰু দায়িত্বত থকা দিনকেইটাত যি ক'ম বা কৰিম বুলি ভাৱিছোঁ তাত সহৃদয় ৰাইজৰ সহায়-সহানুভূতি পাম বুলি সম্পূৰ্ণ ভৰসা কৰিলোঁ। সভাপতি সেনাপতি নহয়, আপোনা-সকলেহে কৰ্তব্যাকৰ্তব্য দেখুৱাই দিব। আপোনাসকলে শক্তি যোগালে, গুৰুভাৰ সুকলমে বহন কৰিবলৈ আমিও মনত বল আৰু সাহস পাম।

অসম সাহিত্য সভাৰ এটা আদৰ্শ আৰু ঐতিহ্য আছে : ই ৰাজনীতি-নিৰপেক্ষ এটা সাহিত্যিক অনুষ্ঠান। সাহিত্য সভাই ৰাজনীতি নকৰে আৰু কোনো প্ৰকাৰৰ দলীয় ৰাজনীতিতো জড়িত হৈ পৰিবলৈ নিবিচাৰে। এনে আদৰ্শ অনুসৰণ কৰি চলাৰ ফলত ই শক্তি আৰু বিস্তৃতি লাভ কৰিছে। সকলোৱে নিজ নিজ দল-মত-



ৰাজনৈতিক-আনুগত্য-নিৰ্বিশেষে সাহিত্য সভাক নিজৰ অনুষ্ঠান বুলি ধৰাৰ সুবিধা পাইছে। চৰকাৰী চাকৰিয়ালেও সাহিত্য সভাৰ দায়িত্বপূৰ্ণ বিষয়বাব ল'ব পৰাটোৱে ইয়াৰ অৰাজনৈতিক স্বৰূপ দাঙি ধৰে।

কিন্তু জন-জীৱনৰ স্বাৰ্থ আৰু সমস্যাক চুই যোৱা কোনো সচেতন সাহিত্যই ৰাজনীতিৰ প্ৰত্যক্ষ বা পৰোক্ষ প্ৰভাৱ প্ৰতিক্ৰিয়াৰপৰা নিজক আঁতৰাই ৰাখিব নোৱাৰে। কোনো এজন সাহিত্যিকৰ সুচিন্তিত, শক্তিশালী চিন্তাধাৰা আৰু অভিমতে এক স্বতঃস্ফূৰ্ত জনমত গঢ়ি উঠাৰ প্ৰেৰণা আৰু পৰিৱেশ ৰচনা কৰে। সাহিত্যিকৰ দৃষ্টিভংগী আৰু অভিমতক, জনতাৰ স্বাৰ্থৰ অনুকূল বিবেচনা কৰিলে, তাৰ প্ৰতি সমৰ্থন আগবঢ়ায় ; কিয়নো কবি-শিল্পী-সাহিত্যিকসকল জনসাধাৰণৰ সঞ্চিত মস্তিষ্ক-স্বৰূপ। মানুহৰ কাৰণেই ৰাজনীতি আৰু মানুহৰ কাৰণেই সাহিত্য। কোনো ৰাজনৈতিক আদৰ্শ যেতিয়া মানৱকল্যাণৰ আদৰ্শেৰে উদ্বুদ্ধ হয়, তেতিয়া সি সাহিত্যৰো সমৰ্থন লাভ কৰিবলৈ সক্ষম হয়। ৰাজনীতি যেনেকৈ এটা শ্ৰেণীৰ, এটা সম্প্ৰদায় বা গোষ্ঠীৰ বা এমুঠি মানুহৰ কাৰণে নহয়, সাহিত্যও কোনো শ্ৰেণীবিশেষৰ, গোষ্ঠী সম্প্ৰদায় বিশেষৰ বা মাথোন কেইজনমান মানুহৰ কাৰণে নহয়। এটা বিষয়ত সাহিত্য ৰাজনীতিতকৈ ডাঙৰ : ৰাজনীতিৰ একোটা ভৌগোলিক সীমা আছে, সাহিত্য বিশ্বজনীন। ভূগোল-বুৰঞ্জীৰ সীমাত সাহিত্যক বন্দী কৰি ৰাখিব নোৱাৰি।

অসমীয়া সাহিত্যৰ এটা বিশেষত্ব আছে। প্ৰাচীন কালৰেপৰা এই সাহিত্য জনতাৰ জীৱনৰ লগত জড়িত হৈ আহিছে। বৈষ্ণৱ যুগৰ ধৰ্মীয় সাহিত্যও বিশ্বমানৱৰ কল্যাণৰ আদৰ্শৰ ভিত্তিতে ৰচিত হৈছিল। অসমীয়া কবিয়ে মহাদেৱ-পাৰ্বতী, ভীম, নাৰদ সকলোকে চিনাকি অসমীয়া সাজত সজাই-পৰাই ৰাইজৰ আপোন কৰি তুলিবলৈ ভয় নকৰিছিল অসমৰ লোকগীতত পাৰ্বতী গোসাঁনীয়ে

তেতেলী তলত তাঁত-বাটি কৰে, কুচী পাহৰি আহে, তাৰ বাবেই পগলাই কিলায়। অসমৰ জিকিৰ গীতত আৰৱৰ হজৰত আলি আৰু বিবি ফাতিমাৰ বিয়াত তামোল-পাণ কাটি আলহীক শোধ-পোচ কৰে।

আমাৰ সাহিত্য জীৱনধৰ্মী সাহিত্য, কল্যাণধৰ্মী সাহিত্য। ৰাইজৰ আস্থাভাজন, সাহিত্যিক আখ্যাৰ উপযোগী, কোনো সাহিত্যিকেই সমাজৰ ধ্বংসাত্মক, অশুভকামী প্ৰতিক্ৰিয়াশীল শক্তিবোৰৰ সপক্ষে কাহানিও লিখা নাই। আজিৰ অসমীয়া গল্পকাৰ, নাট্যকাৰ, কবি, ঔপন্যাসিক, নিবন্ধকাৰেও মানুহৰ হকে, বিশ্বশান্তিৰ হকে, প্ৰগতিৰ আৰু সামাজিক ন্যায়ৰ হকে শক্তিশালীভাৱে মাত দি আহিছে। কেতিয়াবা নিজৰ অলক্ষিতে বা কোনো সাময়িক উত্তেজনাৰ প্ৰভাৱত কোনোৱে অবৈজ্ঞানিক দৃষ্টিভংগীৰে আদৰ্শচ্যুত আৰু বিভ্ৰান্তিকৰ কিবা ক'ৰবাত লিখিলেও তেনে লিখাই জনসাধাৰণৰ শুভবুদ্ধিক প্ৰভাৱিত কৰিব পৰা নাই। এই বিষয়ত আমাৰ ৰাজনৈতিক সাহিত্যয়ো গণতান্ত্ৰিক মুক্ত চিন্তাৰ সীমা অতিক্ৰম কৰি যোৱা নাই। শোষণমুক্ত, দাৰিদ্ৰমুক্ত, অন্যায়-অবিচাৰমুক্ত এখন সমৃদ্ধ সমাজ প্ৰতিষ্ঠাৰ কাৰণে আহ্বান জনাবৰ সময়ত আমাৰ কবি-সাহিত্যকসকলে ৰাজনৈতিক বিৰোধ-বিসম্বাদক প্ৰাধান্য নিদি, সামাজিক ন্যায় আৰু মানৱতাকে প্ৰাধান্য দিছে। সাহিত্যিক মানদণ্ডৰ বিচাৰত নহলেও, আদৰ্শ উদ্দেশ্যৰ বিচাৰত এইটো এটা লক্ষ্য কৰিবলগীয়া কথা। ইয়ে আমাৰ সাহিত্যৰ পৰম্পৰাক শক্তিদান কৰিছে।

শিল্পী-সাহিত্যিকৰ অসন্তুষ্টি, ক্ৰোধ অৰু মানসিক বিদ্ৰোহৰ এক সামাজিক তাৎপৰ্য আছে। এই লোকসকল পূৰ্ণতাৰ সাধক, অপূৰ্ণতাৰ উপলব্ধিয়ে তেওঁলোকক অস্থিৰ কৰে, অসন্তুষ্ট কৰে। তেওঁলোক সৌন্দৰ্যৰ সাধক, সুন্দৰৰ অৱমাননাই, অসুন্দৰে, বীভৎসতাই তেওঁলোকক বেদনা দিয়ে, আঘাত দিয়ে। তেওঁলোক ন্যায়ৰ সপক্ষে যুঁজা অক্লান্ত সৈনিক, অন্যায়ে তেওঁলোকক ক্ষিপ্ত আৰু উত্তেজিত



কৰি তোলে। তেওঁলোক মানৱতা, প্ৰেম, বিশ্বভ্ৰাতৃত্বৰ, শান্তি আৰু সাম্যৰ স্তাৱক, এইবোৰৰ স্খলন, পতন আৰু বিকৃতিয়ে তেওঁলোকক ক্ৰোধান্বিত কৰে। মানুহৰ পৃথিৱীত মানুহ লাঞ্ছিত হোৱা দেখি পৃথিৱীৰ বহু বিখ্যাত কবি-শিল্পী-সাহিত্যিকে বিদ্ৰোহৰ বাণীৰে মানুহৰ চেতনা জাগ্ৰত কৰি বৰণীয় আসন লাভ কৰিছে। আমাৰ বহু প্ৰাচীন লিখাই মানৱমহত্ত্ব প্ৰতিষ্ঠাৰ, পুণ্যৰ, সত্য আৰু সুন্দৰৰ মহত্ত্বক স্বীকৃতি দিয়াৰ বাবে যুগান্তকাৰী ধৰ্মগ্ৰন্থৰ সন্মান লাভ কৰিছে।

আমাৰ বিভিন্ন স্তৰৰ শিক্ষানুষ্ঠানবোৰে প্ৰকাশ কৰা আলোচনীবোৰ মই আগ্ৰহেৰে পঢ়োঁ। সেইবোৰত শিক্ষক-অধ্যাপকৰ লগতে ছাত্ৰ-ছাত্ৰীসকলেও গল্প-কবিতা লিখে। সেইবোৰ লিখাতো এক নতুন, সুন্দৰ পৃথিৱী গঢ়াৰ স্বপ্নিল আদৰ্শবাদ মূৰ্তিমান হৈ উঠা দেখি আনন্দ লাগে। চেমনীয়াসকলৰ, যুৱক-যুৱতীসকলৰ মনৰ এক পৱিত্ৰ অসন্তুষ্টিৰ মাজতে সুন্দৰ ভৱিষ্যত পৃথিৱী এখন ৰচনাৰ প্ৰতি, কল্পনাশ্ৰয়ী যি প্ৰতিশ্ৰুতিৰ প্ৰকাশ দেখা যায়, তাতো মানৱতাৰ প্ৰতি দায়িত্ববোধেই প্ৰেৰণাৰূপে ইন্ধন যোগোৱা লক্ষ্য কৰিব পাৰি।

সাহিত্যিকৰ দায়িত্ব সত্যৰ উদ্ঘাটন কৰা, চেতনা জাগ্ৰত কৰা, অশুদ্ধ আৰু অকল্যাণৰ বিৰুদ্ধে ক্ৰোধ আৰু প্ৰতিবাদৰ উদ্ৰেক কৰা। দুৰ্নীতি, অশ্লীলতা, অশালীনতাৰ বিৰুদ্ধে, নৈতিক অৱক্ষয় আৰু ভাঙনৰ বিৰুদ্ধে পাঠকৰ মনত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰা। তেওঁলোকৰ প্ৰধান দায়িত্ব মানুহৰ মানুহ হৈ বাস কৰিব পৰাৰ উপযোগী এখন সুন্দৰ পৃথিৱী ৰচনাৰ কাৰণে মানুহৰ মনত এক মানসিক প্ৰস্তুতিৰ বাতাবৰণ সৃষ্টি কৰা। সমাজ-সচেতন সাহিত্যিকে লেখনীৰ যোগেদি মানৱতাৰ ওপৰত আস্থা, জীৱনৰ প্ৰতি আৰু জনতাৰ প্ৰতি শ্ৰদ্ধা আৰু আস্থা আৰু মানুহৰ শ্ৰম আৰু শক্তি-সম্ভাৱনাৰ ওপৰত দৃঢ় বিশ্বাসৰ কলাসন্মত দলিল ৰচনা কৰিব পাৰিলে, সি জনসাধাৰণৰ মৰমৰ

সম্পত্তি হ'বলৈ বাধ্য। প্ৰচাৰ সাহিত্যৰ যোগেদি এনে সম্পদ সৃষ্টি সম্ভৱ নহয়। অভিজ্ঞতা, অধ্যয়ন, বিশ্লেষণ আৰু গভীৰ জীৱনবোধক সাহিত্যবস্তুলৈ ৰূপান্তৰিত আৰু উন্নীত কৰিব পাৰিলেহে জনসমাজত তাৰ বাঞ্ছিত প্ৰতিফলন সম্ভৱ হ'ব পাৰে।

সাহিত্য সৃষ্টিৰ কাৰণে এটা অনুকূল বাতাবৰণ আৰু পৰিৱেশৰ দৰকাৰ। পৰিৱেশৰ প্ৰতিক্ৰিয়া লেখনীৰ ওপৰত কম-বেছি নপৰি নেথাকে; কিন্তু পৰিৱেশ বা বাতাবৰণেই সাহিত্য সৃষ্টি কৰিব নোৱাৰে বৰং সাহিত্যিকেহে বহু সময়ত বাতাবৰণ সৃষ্টি কৰি লয়। এজন শিল্পীৰ, এজন সাহিত্যিকৰ অন্য দহজন মানুহৰ নিচিনাকৈয়ে জৈৱিক, পাৰিবাৰিক, সামাজিক, অৰ্থনৈতিক সমস্যা থাকে। সাহিত্যিক এজন সামাজিক জীৱ। কল্পনা-অনুভূতি, মনন-চিন্তনৰ বিষয়ত তেওঁ আনতকৈ বেলেগ হ'ব পাৰে, ; কিন্তু সাহিত্যিক বা শিল্পী হোৱা বাবেই তেওঁ আনতকৈ বেলেগ বা উচ্চ বা বিশেষ বুলি ভৱাটো ব্যক্তি-কেন্দ্ৰিকতাৰ আৰু অসামাজিক মনোবৃত্তিৰ লক্ষণ মাথোন। সমাজৰপৰা নিজক আঁতৰাই ৰাখিলে, লেখকে সমাজ-সত্যৰ বাস্তৱ অভিজ্ঞতা অৰ্জন কৰিব কেনেকৈ? বাতৰি কাকতে ঘটনাৰ খবৰ দিয়ে, জীৱনৰ খবৰ নিদিয়ে। বুৰঞ্জীত অতীত কালৰ ঘটনা-পঞ্জীৰ বৰ্ণনা থাকে, জীয়া জীৱনৰ চিত্ৰ নেথাকে। জীৱনক একাষৰীয়াকৈ থৈ বা জীৱনৰ মাজত নোসোমোৱাকৈ জীৱনভিত্তিক বাস্তৱ সাহিত্য ৰচিত হ'ব নোৱাৰে। এই কাৰণেই জীৱনৰ সমস্যাৰ সন্মুখীন নোহোৱাকৈ সাহিত্যত জীৱনৰ সমস্যাৰ প্ৰকৃত ৰূপায়ণ হ'ব নোৱাৰে। সাহিত্যিকে জীৱনক চিনি পাব লাগিব, বুজি পাব লাগিব, জীৱনৰ সমস্যাৰ মাজত সোমোৱাৰ সাহস সাহিত্যিকৰ থাকিব লাগিব, নহ'লে কেৱল কল্পনাৰ সহায়ত জীৱনৰ পূৰ্ণৰূপ যথাযথভাৱে মূৰ্তিমান হৈ উঠিব বুলি আশা কৰিব নোৱাৰি। সাহিত্যিকৰ সাহিত্যিক পৰিচয়ৰ উপৰিও এটা সামাজিক পৰিচয়ো আছে। এই পৰিচয়েৰে পৰিচিত হ'বলৈ নিবিচৰাৰ বা সংকোচ কৰাৰ অন্য নাম পলায়নপৰতা বা বাস্তৱবিমুখতা।



আমাৰ দেশত পৰাধীনতাৰ যুগত সাহিত্যিকসকলক ৰাজনীতিৰপৰা আঁতৰাই ৰাখিবৰ চেষ্টা কৰা হৈছিল। আনকি সাহিত্যৰ আলোচনীয়েও 'কোনো ৰাজনৈতিক আলোচনাক ঠাই দিয়া নহ'ব' বুলি নিয়মাৱলীত ঘোষণা কৰিছিল। তত্ৰাচ আমাৰ বহু সাহিত্যিকেই ৰাজনৈতিক সমস্যাৰ জগতখনৰপৰা আঁতৰি থাকিব পৰা নাছিল আৰু আঁতৰি থাকিব খোজাও নাছিল। স্বাধীনতা সংগ্ৰামত উদগনি যোগোৱাত আমাৰ সাহিত্যিকসকলে অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল। সাহিত্যিকসকল জাতীয় বিবেকৰ প্ৰবক্তা, জাতীয় চিন্তা-আদৰ্শৰ প্ৰতিভূ, জনতাৰ সমগ্ৰ চেতনাৰ বাৰ্তাবাহক আৰু সূত্ৰধাৰ। তেওঁলোকৰ সাহিত্যিক চেতনা সমাজৰ প্ৰতিটো ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক সমস্যাৰ লগত ওতঃপ্ৰোতভাৱে জড়িত। সমাজৰ বিবৰ্তন আৰু ৰূপান্তৰৰ ক্ষেত্ৰত তেওঁলোকো একে সংগ্ৰামৰ অংশীদাৰ। তেওঁলোকে সমাজৰপৰা নিজক আছুতীয়াকৈ ৰাখিব খুজিলে, সমাজেও তেওঁলোকক আছুতীয়াকৈয়ে এৰি যাব। জনতাৰ আশা-আকাংক্ষাৰ সহযোগী হিচাপে শিল্পী-সাহিত্যিকে নিজৰ সৃষ্টিৰ ৰূপ দিব নোৱাৰিলে, তেওঁলোকৰ সৃষ্টিয়ে পূৰ্ণতা লাভ কৰিব নোৱাৰে। সাহিত্যিক সংবাদদাতা নহয়, স্ৰষ্টা। সমাজত তেওঁৰ ভূমিকা স্ৰষ্টাৰূপে, কাৰিগৰৰূপে; তেওঁৰ সৃষ্টিৰ আহিলা সমাজ জীৱনৰ বৈচিত্ৰ্যপূৰ্ণ আশা-অশ্ৰু, সংগ্ৰাম-সংঘাত, হীনতা-মহত্বৰ নানাবৰণীয়া সত্য। স্ৰষ্টাৰ দায়িত্ব নিয়াৰিকৈ পালন কৰিবৰ কাৰণে জনতাৰ সংগ্ৰামৰ, জনতাৰ জীৱনৰ মাজৰপৰা সাহিত্যিকে সৃষ্টিৰ সমল গোটাব পাৰিব লাগিব। জীৱন সংগ্ৰামত লিপ্ত জনতাৰ জগতখনেই সাহিত্যিকৰ জগতখন, মানুহৰ পৃথিৱীখনেই সাহিত্যিকৰ সৃষ্টিৰ জগত। কোনো কাৰণত জীৱনৰ কোনোবা এটা দিশ সাহিত্যৰ মজিয়ালৈ ননাকৈ থাকি, সাহিত্যিকে জীৱনৰ পূৰ্ণাংগ চিত্ৰ দাঙি

ধৰিব নোৱাৰে।

সাহিত্যিকৰ জগতখন চিন্তা, কল্পনা আৰু অনুভূতিৰ জগত। তেওঁলোকৰ হৃদয়সংবাদী সৃষ্টিৰে তেওঁলোকে জগতৰ মংগলকামী সংগ্ৰামত প্ৰেৰণাৰ ইন্ধন যোগাব পাৰে। সাহিত্যিকৰ সৃষ্টিয়ে জনসাধাৰণক উদ্বুদ্ধ কৰিব পাৰে, সংগ্ৰামত অংশগ্ৰহণ কৰিবলৈ উদগনি যোগাব পাৰে, অসত্য অশুভৰ স্বৰূপ উদঙাই দেখুৱাই, সত্য আৰু কল্যাণৰ প্ৰতি আগ্ৰহ আৰু প্ৰত্যয় জন্মাব পাৰে। জীৱনৰ প্ৰতিকূল শক্তিবোৰৰ বিৰুদ্ধে কঠোৰতম মানসিক প্ৰতিবাদ গঢ়ি তুলিব পাৰে, অৱহেলিত আৰু নিৰ্যাতিত মানুহৰ প্ৰতিষ্ঠাৰ কাৰণে তেওঁলোকৰ শক্তিৰ বিষয়ে তেওঁলোকক সজাগ কৰি দিব পাৰে।

শিল্প-সাহিত্যিকৰ বাহিৰে আৰু কাৰ ভাষাত দেশেপ্ৰেমে এক দিগন্তস্পৰ্শী ব্যাপ্তি লাভ কৰিব পাৰে? আন কোনে দেশৰ অতীত, বৰ্তমান আৰু ভৱিষ্যতক শিল্পী-সাহিত্যিকৰ সমান ভাল পাব জানে? নিপীড়িত মানুহৰ হকে আৰু কোনে ইমান নিৰ্ভীক, নিঃস্বাৰ্থভাৱে মাত মাতিব পাৰে? অচল পুৰণিৰ বিৰুদ্ধে আপোচহীন যুদ্ধ ঘোষণা কৰাত, সুস্থ নতুনক সাদৰ আহ্বান জনোৱাত, সংহতি, সম্প্ৰীতি, একতা, ভ্ৰাতৃত্বৰ বাণীৰে উদ্বুদ্ধ কৰাত শিল্পী-সাহিত্যিকতকৈ আন কোনে অধিকতৰ শক্তিশালী ভূমিকা গ্ৰহণ কৰিব পাৰে? অতীত, বৰ্তমান, ভৱিষ্যতক সামৰি, সমগ্ৰ পৃথিৱীৰ মানৱ সমাজক সামৰি, সাহিত্যিকৰ বাহিৰে আৰু কোনে হৃদয়ৰ লগত হৃদয়ৰ সংযোগ ৰচনা কৰিব পাৰে? এই শক্তিৰ বিষয়ে সাহিত্যিকসকল সজাগ থকা দৰকাৰ। শিল্পী-সাহিত্যিকসকল এই ক্ষেত্ৰত সাধাৰণ হৈও অসাধাৰণ, নিৰ্বিশেষ হৈও বিশিষ্ট। এইবাবেই তেওঁলোক নেতা, চিন্তানায়ক, যুগস্ৰষ্টা। কাৰোপৰা একো নিবিচৰাকৈ, কাৰোপৰা একো নোপোৱাকৈও, মানুহৰ মৰ্যাদা আৰু অধিকাৰ ৰক্ষাৰ কাৰণে, সত্য আৰু সৌন্দৰ্যৰ কাৰণে নিজৰ সমগ্ৰ সৃজনীশক্তিক শিল্পী-সাহিত্যিকৰ নিচিনাকৈ আন কোনে আহুতি দিব পাৰে?



এই বিষয়ে সজাগ আৰু সচেতন নেথাকিলে কোনো শিল্পী-সাহিত্যিক মানুহ হিচাপেও মহৎ হ'ব নোৱাৰে, স্ৰষ্টা হিচাপেও মহৎ হ'ব নোৱাৰে। মহৎ সৃষ্টিৰ কাৰণে এক মহৎ হৃদয়ৰো প্ৰয়োজন, উচ্চ উদ্দেশ্য অবিহনে উচ্চ সাহিত্য সৃষ্টি হ'ব নোৱাৰে। সমগ্ৰ পৃথিবীৰ মানুহৰ হৈ মাত মতাৰ অধিকাৰ লাভ কৰিব লাগিলে, সাহিত্যিকে সেই অধিকাৰ লাভৰ যোগ্য হৈ উঠা প্ৰয়োজন। এই যোগ্যতা অৰ্জনৰ কাৰণে শিল্পী-সাহিত্যিকে চিৰন্তন মানৱীয় প্ৰমূল্যবোৰক বুজি পাব লাগিব। শ্ল'গানৰ কোলাহলৰ সীমাত এই প্ৰমূল্যই ধৰা নিদিয়ে। মানৱতাৰ গভীৰ মৌন নিনাদৰ মাজত শিল্পী-সাহিত্যিকে তাৰ সন্ধান কৰিব লাগিব। সাহিত্যিক স্ৰষ্টাই নহয়, দ্ৰষ্টাও।

যুগে যুগে মহাপুৰুষসকলে, কবিসকলে, শিল্পীসকলে মানুহক এক মহতোৰ্মহীয়ান ৰূপত প্ৰতিষ্ঠা কৰিবলৈ বিচাৰি আহিছে। সাহিত্যই মানুহক এনে মহৎ ৰূপত চাবলৈ শিকায়, দেশ—কাল-পাত্ৰৰ উৰ্ধত মানুহক মানুহৰূপে প্ৰতিষ্ঠা কৰিবলৈ বিচাৰে।

কিন্তু পৰম লজ্জা আৰু দুৰ্ভাগ্যৰ কথা যে মানুহেই মানুহক আটাইতকৈ বেছি লাঞ্ছিত কৰিছে, অপমানিত কৰিছে, আঘাত কৰিছে। যুদ্ধ-বিগ্ৰহৰ যোগেদি পৃথিবীত মানুহে যিমান মানুহ হত্যা কৰিছে, কোনো হিংস্ৰ জন্তুৱে তাৰ সহস্ৰাংশও হত্যা কৰা নাই। সুসভ্য মানুহে সমূহীয়াভাৱে নৰহত্যা কৰিবৰ কাৰণে, দুৰ্বলক পদানত কৰিবৰ কাৰণে নানা প্ৰকাৰৰ ভয়ানক মাৰণাস্ত্ৰ উলিয়াইছে; ধ্বংসকাৰী কৌশল উলিয়াইছে। বহু সময়ত, কোনো কোনো দেশত ৰাষ্ট্ৰশক্তিয়ে নাইবা সাম্প্ৰদায়িক অথবা গোষ্ঠী বিবেচনাই মানুহক স্বতন্ত্ৰ ব্যক্তিগত চিন্তা আৰু সৃষ্টিক নিজৰ তলতীয়া আৰু বহতীয়া কৰিবৰো প্ৰয়াস কৰে। ফলত শিল্পী-সাহিত্যিকৰ চিন্তা আৰু সৃষ্টিৰ স্বতন্ত্ৰতা ব্যাহত হয়, খৰ্ব হয়। শিল্পী-সাহিত্যিক হৈ পৰে ৰাষ্ট্ৰ-

যন্ত্ৰৰ প্ৰয়োজনীয় এক যান্ত্ৰিক মুখপাত্ৰ, নাইবা কোনো ন্যস্তস্বাৰ্থৰ সবাক প্ৰতিনিধি। সাহিত্যিকৰ নিজস্ব, মৌলিক সৃষ্টিপ্ৰতিভা হৈ পৰে ৰাষ্ট্ৰশক্তি বা ন্যস্তস্বাৰ্থৰ অন্ধ স্তাৱক। পৃথিৱীৰ সাহিত্য-শিল্পৰ ইতিহাসত এনে স্তাৱকৰ সংখ্যা নিচেই তাকৰ।

ভাৰতৰ আন কোনো কোনো ভাষাত হোৱাৰ দৰেই অসমীয়া ভাষাতো, লেখকৰ জ্ঞাতেই বা অজ্ঞাতেই কেতিয়াবা সত্যবৰ্জিত, সংকীৰ্ণ, বিদ্বেষবিষপূৰ্ণ আৰু পক্ষপাতদুষ্ট অপসাহিত্যৰ সৃষ্টি নহৈ থকা নাই। সাধাৰণভাৱে এইবোৰে কোনো কোনো লোকৰ মনত ক্ষোভ আৰু অসন্তুষ্টিৰ জন্ম দিয়াই নহয়, বহু সময়ত তাৰ প্ৰতিক্ৰিয়া সামাজিক জীৱনলৈও বিয়পি গৈছে। ফলত এনে লিখাই সমন্বয় আৰু সংহতিৰ বাতাবৰণ সৃষ্টি কৰাৰ পৰিবৰ্তে বিৰোধ, বিভেদ আৰু অনৈক্যৰ কাৰণহে হৈ পৰিছে। ই দুৰ্ভাগ্যজনক কথা।

সাহিত্যই সংহতি, সম্প্ৰীতি আৰু সৌহাৰ্দ্যৰ পৰিৱেশ সৃষ্টি কৰাটোহে কাম্য। পাৰস্পৰিক শ্ৰদ্ধা আৰু সহানুভূতিয়েহে এই ক্ষেত্ৰত প্ৰয়োজনীয় বৰঙণি যোগাব পাৰে।

শিল্পী-সাহিত্যিকসকল সময়ৰ চাহিদা পূৰণকাৰী (Time server) হ'লে স্থায়ী প্ৰমূল্যবোৰক মৰ্যাদা দিবলৈ সক্ষম হ'ব নোৱাৰে। তেনে সৃষ্টিৰ স্থায়ী আৱেদনো নাথাকে। তেনে সৃষ্টিৰ প্ৰভাৱো সময়সাপেক্ষ।

জন-জীৱনক শ্ৰদ্ধাসহকাৰে সাহিত্যৰ বিষয়বস্তু কৰিব নোৱাৰিলে, জন-জীৱনৰ বিভিন্ন সমস্যাক সাহিত্যত যথাৰ্থভাৱে প্ৰতিফলিত কৰিব নোৱাৰিলে, সাহিত্য জনতামুখী নহয়। জীৱনৰ সহজ অভিজ্ঞতাক সাহিত্য সৃষ্টিৰ নামত জটিল কৰি তোলাত পাণ্ডিত্যৰ প্ৰদৰ্শনী হ'ব পাৰে ; কিন্তু তাত কোনো মহৎ সাহিত্যৰ স্বাক্ষৰ নাথাকিবও পাৰে।

আজিও শতকৰা ৭২ ভাগ ভাৰতীয় মানুহৰ চকুক নিৰক্ষৰতাৰ আন্ধাৰে ঢাকি ৰাখিছে। সাহিত্যৰ জগতখন তেওঁলোকৰ



কাৰণে এক অনাৱিষ্কৃত মহাদেশ। অথচ তেওঁলোকেই দেশৰ অৰ্থনীতিৰ নিৰ্মাতা, ৰাজনীতিৰ ভাগ্যনিৰ্ণায়ক, দাৰিদ্ৰ্য, কুসংস্কাৰ আৰু প্ৰাচীন ধ্যান-ধাৰণাৰ মাজত ছেপাখাই থকা আৰু আধুনিক সভ্যতাৰো আও-ভাও বুজিব নোৱাৰা তেওঁলোকৰ মন আৰু আত্মাক আজিৰ যুগৰ পোহৰৰ আশীৰ্বাদৰ সংস্পৰ্শলৈ অনাৰ দায়িত্ব কেৱল প্ৰশাসকৰে নহয়, শিল্পী-সাহিত্যিকৰো।

জনসাধাৰণে বুজিব আৰু উপভোগ কৰিব পৰা ভাষাৰে জনসাধাৰণৰ হাঁহি-কান্দোন, আশা-নৈৰাশ্য, সংগ্ৰাম-সংঘাতক সাহিত্যত ফুটাই তুলিব নোৱাৰিলে, সাহিত্য জনসাধাৰণৰ নিজস্ব সম্পদৰূপে স্বীকৃত হ'ব নোৱাৰে।

বৰ্তমান আমাৰ সকলো ৰাষ্ট্ৰীয় আঁচনি গাঁওমুখী বা জনতামুখী কৰাৰ ব্যৱস্থা কৰা হৈছে। আমাৰ সাহিত্যকো জনতামুখী কৰিব পাৰিলে, আমাৰ প্ৰচেষ্টাই এক সামগ্ৰিক ৰূপ লাভ কৰিব আৰু সি আমাৰ সমাজ বিৱৰ্তনত অৰিহণা যোগাব।

আমাৰ সাহিত্যক আমি সকলো প্ৰকাৰ সাম্ৰাজ্যবাদী, প্ৰতিক্ৰিয়াশীল প্ৰভাৱৰপৰা সম্পূৰ্ণ মুক্ত কৰিব নোৱাৰা পৰ্যন্ত সি নিজস্বতাৰ শক্তিৰে বলীয়ান হ'ব নোৱাৰে। পশ্চিমৰ সাম্ৰাজ্যবাদী শক্তিবোৰে আৰু আমাৰ দেশৰো সামন্ত ভাৱবাহী চিন্তাধাৰাৰ পৰম্পৰাই এক ক্ষয়িষ্ণু, ভাৱবাদী, বাস্তৱৰ লগত সম্পৰ্কহীন ভাৱমণ্ডল জীয়াই ৰাখি দেশবাসীক পশ্চাৎমুখী কৰি ৰাখিছিল, মুক্ত চিন্তা কৰাৰ পৰিৱেশ গঢ়ি উঠিবলৈ দিয়া নাছিল। ক্ৰমাৎ আমাৰ সাহিত্যৰ জগতখনত দেশৰ সাধাৰণ মানুহৰ ঠাই নোহোৱা হৈ আহিছিল। নিজৰ ভাষাৰ প্ৰতি অৱজ্ঞা, নিজৰ সাহিত্যৰ প্ৰতি অনাস্থা, নিজৰ ৰীতি-নীতি, আচাৰ-বিচাৰৰ প্ৰতি উদাসীনতা এইবোৰে আমাৰ জাতীয় চেতনা আৰু আত্ম-সন্মানবোধ লোপ পোৱাৰ পথ ৰচনা কৰিছিল। সাম্ৰাজ্যবাদী শাসন-শোষণৰ ফলত, সূক্ষ্ম কৌশলেৰে কৰা আমাৰ মস্তিষ্ক

প্ৰক্ষালনৰ পৰিণামত আমাৰ শিক্ষিত শ্ৰেণী আৰু অশিক্ষিত শ্ৰেণীৰ মাজত অলংঘ্য ব্যৱধান গঢ়ি উঠিছিল।

আমাৰ স্বাধীনতা আন্দোলনে আত্মচেতনা কিছুদূৰ ঘূৰাই আনিছিল, স্বদেশী আন্দোলনে দেশৰ বাস্তৱৰ প্ৰতি চকু দিয়াৰ বাতাবৰণ সৃষ্টি কৰিছিল; কিন্তু দেশ স্বাধীন হোৱাৰ পিছত এতিয়াও বিভিন্ন ভেশত অতি চতুৰভাৱে সাম্ৰাজ্যবাদী আৰু সামন্তযুগীয় ভাৱাদৰ্শই সৰ্বসাধাৰণৰ জীৱনবৃত্তক আগুৰি আছে। আমাৰ আজিৰ কবিতাত, সাহিত্য-সমালোচনাত, চিত্ৰ-ভাস্কৰ্যত, কবি, শিল্পী বা সমালোচকৰ বাহিৰে আনে বুজিব নোৱাৰা বহুত কিছুৰ সৃষ্টি হৈছে। অস্তিত্ববাদ, প্ৰতীকবাদ, অতিবাস্তৱবাদ, বিমূৰ্তবাদ, চেতনাস্ৰোতবাদ আদিৰ আমদানি হৈছে—সেয়া আধুনিক মননশীলতাৰ লগত পৰিচয়ৰ নিদৰ্শন; কিন্তু এই বাদবোৰ প্ৰৱৰ্তন-প্ৰচলন কৰোঁতে আমাৰ সৰ্বসাধাৰণ পাঠক শ্ৰেণী বাদ পৰি গৈছেনেকি বিচাৰ কৰি চোৱাৰ দৰকাৰ আছে। পাঠকৰ বোধশক্তি আৰু লেখকৰ জটিল সৃষ্টিৰ মাজৰ ব্যৱধানে আমাৰ সাহিত্যৰ বিকাশৰ ক্ষতি কৰা নাইনে? এনেকুৱা কৰাতে আমাৰ সাহিত্য-আলোচনীবোৰৰ অকালমৃত্যুৰ কাৰণটোও কিজানিবা সোমাই আছে।

সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰতো হিপ্পীবাদ, জীৱনৰ ওপৰত অনাস্থাবাদ, দয়িত্বহীনতাবাদ, তথাকথিত প্ৰাচীন মুক্ত জীৱনলৈ ঘূৰি যোৱা প্ৰাকৃতিকতাবাদ, (প্ৰকৃতাৰ্থত বন্য, আৰণ্যক, অসামাজিক, অশ্লীল যৌনতাবাদ বা দেহ-সৰ্বস্বতাবাদ) আদি আধুনিক অনাচাৰৰ বিষক্ৰিয়াও সমাজত বিয়পি পৰিছে। উলংগ হোৱাটো, বন্য হোৱাটো, ঘৰবাৰী এৰি দেশে-বিদেশে ভাং খাই ঘূৰি ফুৰাটো কেনেকৈ আধুনিক সভ্যতাৰ বিৰুদ্ধে প্ৰতিবাদ হ'ব পাৰে বুজা টান। এইবোৰে আমাৰ যুৱক সমাজৰ এচামক বিভ্ৰান্ত নকৰি থকা নাই। এটা ৰোগেৰে আন এটা ৰোগক আৰোগ্য কৰিব নোৱাৰি। ধনতন্ত্ৰই কদাকাৰ কৰি তোলা সুস্থ, পৰিমাৰ্জিত, মানৱীয় প্ৰমূল্যসম্বলিত সভ্যতা-সংস্কৃতিক



হিপ্পীবাদেৰে ৰক্ষা বা উদ্ধাৰ কৰিব নোৱাৰি। বিজ্ঞানৰ নতুন নতুন আৱিষ্কাৰে মানুহৰ লগত মানুহৰ সম্পৰ্কৰ কিছু পৰিবৰ্তন আনিছে; কিন্তু সভ্যতা-সংস্কৃতি-সমাজৰ অস্তিত্বক উলংঘা কৰি কেৱল নিজক নিজৰ মতে লৈ ফুৰাই হিপ্পী হৈ কোনো নতুন সভ্যতা গঢ়িব নোৱাৰি। বৌদ্ধিক নৈৰাজ্যবাদ এক মনোহৰ ভাৱবিলাসিতা হ'ব পাৰে; কিন্তু তাত কোনো বৰ্তমানৰ নিশ্চিত প্ৰত্যয় আৰু ভৱিষ্যতৰ নিৰ্ভৰযোগ্য প্ৰতিশ্ৰুতি থাকিব নোৱাৰে। বিজ্ঞানে আজি আমাৰ জীৱনৰ প্ৰতিটো মুহূৰ্তক নিয়ন্ত্ৰিত আৰু প্ৰভাৱিত কৰিছে, তথাপি আমাৰ মৌলিক সাহিত্যত বিজ্ঞানে আজিও উচিত ঠাই পোৱা নাই। সমাজ আৰু ব্যক্তিজীৱনৰ, বিশ্লেষণ-বিন্যাস বৈজ্ঞানিক দৃষ্টিভংগীৰে কৰিব নোৱাৰাবালৈকে আমাৰ সাহিত্যৰপৰা অবাস্তৱতা অন্তৰ্হিত নহয়। পুৰণিৰপৰা নতুনলৈ, ধনতন্ত্ৰৰপৰা সমাজবাদলৈ উত্তৰণৰ সময়ত সমাজ যি সংঘাত সংঘৰ্ষৰ সন্মুখীন হৈছে, তাৰো প্ৰতিফলন আমাৰ সাহিত্যত হোৱা দৰকাৰ। সত্যাশ্ৰয়ী নহলে সাহিত্য বাস্তৱ হ'ব নোৱাৰে।

সাহিত্যিক কেৱল সত্য আৰু সুন্দৰৰ সাধকেই নহয়, তেওঁ অসত্য, অসুন্দৰ আৰু দুষ্কৃতি-দুৰ্নীতিৰ বিৰুদ্ধে এক আপোচহীন যোদ্ধাও। আমাৰ সাহিত্যিকৰ লেখনীত জীৱন-বিৰোধী, প্ৰতিক্ৰিয়াশীল শক্তিবোৰৰ বিৰুদ্ধে প্ৰতিবাদ যিমানে শক্তিশালী হৈ উঠিব, সিমানে জাতিটো শক্তিশালী হৈ উঠিব; সাহিত্যও শক্তিশালী হ'ব। জনতাৰ প্ৰাণৰ বাণী যদি কবি-সাহিত্যিকৰ লেখনীৰ মাজত বাংময় হৈ নুঠে, দুখী-দৰিদ্ৰ, বঞ্চিত-লাঞ্ছিতৰ অন্তৰ্বেদনা আৰু ক্ৰোধ যদি মৰ্মস্পৰ্শী ৰূপত ব্যক্ত হৈ নুঠে, তেন্তে সাহিত্যই মানুহৰ হৃদয় স্পৰ্শ কৰিব নোৱাৰে। লেখকৰ পৰ্যবেক্ষণ, উপলব্ধি আৰু আন্তৰিকতাই জীৱন-সত্যক সাহিত্যিক সত্যলৈ উন্নীত কৰাৰ শৈলী আয়ত্ত কৰিব নোৱাৰিলে সাহিত্য অনুশীলনৰ স্তৰতে ৰৈ যায়, সৃষ্টিৰ

মহত্ত্ব আৰু সৌন্দৰ্যৰে সমুজ্জ্বল হৈ তুঠে। এই কাৰণেই বোধহয় লেখক হোৱাটো সহজ, সাহিত্যিক হোৱাটো টান। মৌলিক সাহিত্য সৃষ্টি সেয়ে এক কঠিন কাম, তাৰ মূল্য আৰু আকৰ্ষণো বেছি। প্ৰকৃততে সাহিত্যিক হোৱাটো বিলাসিতা নহয়, এক কঠিন প্ৰত্যাহ্বানৰ লগত মুখামুখি হোৱা।

সাহিত্যৰ জগতখনত পক্ষ মাথোন দুটা ঃ লেখক আৰু পাঠক। এটা ,কবিতাৰ, এটা গল্পৰ, এখন নাটক বা উপন্যাসৰ লেখক এজন ;—সহস্ৰজন হ'লেও, পাঠকো এজনেই—প্ৰতিজন পাঠকেই একক। এই দুয়োৰে মাজৰ যোগসূত্ৰ এক সংবেদনশীল, ভাৱোদ্দীপক সহজবোধ্য ভাষা ; সাহিত্যিকে সৃষ্টি কৰা এক চিনিব বুজিব পৰা পৃথিৱী। লেখকে যদি পাঠকৰ কথা মনত নৰখাকৈ লিখে, পাঠকে যদি সেই লিখা গ্ৰহণ কৰিবলৈ অক্ষম হয়, লেখক-পাঠকৰ সম্পৰ্ক ৰচনা হ'ব পাৰে জানো ?

পৰিবৰ্তিত পৰিস্থিতি আৰু পৰিৱেশে জীৱনলৈ জটিলতা আনিছে, লেখক-পাঠক উভয়ৰে জীৱনলৈ। ভাৱ-ভাষা-প্ৰকাশভংগীয়ে ইয়াৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰে। এই জটিলতাই সৃজনীশীল লেখনীত ঠাই পোৱাত আপত্তিৰ কাৰণ নাই ; কিন্তু কষ্ট কৰি ভাষা. আৰু বক্তব্যক দুৰ্বোধ্য আৰু জটিল কৰাত যি কৃত্ৰিমতা আছে, কষ্ট কৰি অস্বাভাৱিকভাৱে সহজ কৰাতো একেই কৃত্ৰিমতা আছে। স্বাভাৱিকতাতহে আন্তৰিকতা প্ৰকাশ পায়।

পাঠকৰ যিদৰে লেখকৰ প্ৰতি প্ৰীতি-শ্ৰদ্ধা আছে, লেখকৰো জানো পাঠকৰ প্ৰতি একেই শ্ৰদ্ধা-বিবেচনা থকা বাঞ্ছনীয় নহয় ? পাঠকৰ প্ৰতি লেখকৰ এনে শ্ৰদ্ধা থাকিলেহে সাহিত্যই জনপ্ৰিয়তা অৰ্জন কৰিব পাৰে। জনপ্ৰিয়তাই সাহিত্যৰ প্ৰসাৰ আৰু সমৃদ্ধিত ইন্ধন যোগায়, লেখক-পাঠকৰ সম্বন্ধ ঘনিষ্ঠ কৰে। দুয়োৰে মাজত এক অদৃশ্য সহধৰ্মিতাৰ জন্ম দিয়ে।

লেখকে কাৰ কাৰণে লিখে আৰু কিয় লিখে,—এয়া বহুকলীয়া



প্ৰশ্ন। আজিৰ লেখকে অন্ততঃ এযাৰ কথা ক'ব পৰা হৈছে ঃ তেওঁলোকে ৰজা-মহাৰজাৰ কাৰণে নিলিখে, কোনো ব্যক্তিবিশেষৰ মনঃসন্তুষ্টিৰ কাৰণে নিলিখে। তেওঁলোকে কেৱল নিজৰ কাৰণেও নিলিখে।

তেন্তে ?

আমাৰ শতকৰা ২৮ ভাগ মানুহ মাত্ৰ সাক্ষৰ হৈছে, ৭২ ভাগ নিৰক্ষৰ আৰু অশিক্ষিত। দুৰ্বোধ্য জটিল বিষয় লৈ, কঠিন ভাষাত লিখা 'সাহিত্যৰ' কিমানখিনি তেওঁলোকে বুজিব পাৰে ? কিমানখিনি বুজি উপলব্ধি কৰিব পাৰে ? আৰু কিমানখিনি উপলব্ধি কৰি তাৰ-দ্বাৰা অনুপ্ৰাণিত বা প্ৰভাৱান্বিত হ'ব পাৰে ? ইয়াৰপৰা আনন্দইবা আহৰণ কৰিব পাৰে কিমানখিনি ? আমাৰ আলো-চনীবোৰ সৰ্বসাধাৰণৰ পাঠকৰ উপযোগী কৰিব নোৱাৰাৰ কাৰণেই, সেইবোৰে পাঠকক আকৰ্ষণ কৰিব পৰা নাইনেকি ? এনে কিবা কাৰণেই আমাৰ কিতাপৰ বিক্ৰী সীমাৱদ্ধ কৰিছেনেকি ? নে সাধাৰণভাৱে সাহিত্যৰ প্ৰতি অনীহাৰ অন্য কোনো অজ্ঞাত কাৰণ আছে ? দ্ৰুতগতিত পৰিবৰ্তন হ'বলৈ ধৰা সমাজখনৰ সফল আৰু বিশ্বাসযোগ্য চিত্ৰায়ন আৰু মূল্যায়ন আমাৰ সাহিত্যই সাৰ্থকভাৱে কৰিব পৰা নাইনেকি ? নে আমাৰ সাহিত্যিক শ্ৰেণী আৰু পাঠক শ্ৰেণীৰ শিক্ষা-জ্ঞান-দৃষ্টিভংগী, ধাৰণা আৰু উপলব্ধিৰ মাজত এক দূৰতিক্ৰম্য ব্যৱধান আছে ? আজিৰ আমাৰ সাহি-ত্যিকে অভিজাত শ্ৰেণীৰ মনোৰঞ্জনৰ কাৰণে নিলিখে ; কিন্তু বুদ্ধিবৃত্তি, চিন্তা-কল্পনাত সাহিত্যিকসকলেই এক অভিজাত শ্ৰেণী হৈ পৰা নাইতো ? তেওঁলোকে সেই শ্ৰেণীটোৰ কাৰণেই লিখা নাইতো ?

লেখক আৰু পাঠকৰ মাজৰ সম্পৰ্ক যদি ভাৱানুভূতিৰ নিঃস্বাৰ্থ দিয়া-লোৱাৰ সম্পৰ্ক হয়, তেন্তে লিখনীৰে পাঠকৰ মন আৰু হৃদয়ক জয় কৰিবৰ কাৰণে লেখকে যিদৰে পাঠকৰ ৰুচি, জ্ঞান আৰু ৰসচেতনাৰ প্ৰতি সজাগ হৈ, প্ৰয়োজন হ'লে নিজৰ সৃষ্টিক পাঠকৰ

গ্ৰহণীয় হ'ব পৰাকৈ সহজবোধগম্যতাৰ স্তৰলৈ নমাই নিবলৈ সংকোচ বোধ কৰিব নেলাগিব, সেইদৰে পাঠকেও লেখকৰ ভাষা-শৈলী, চেতনা আৰু বক্তব্যক উপলব্ধি কৰিবৰ কাৰণে নিজক প্ৰস্তুত কৰিবলৈ কিছু শ্ৰম কৰিবলৈকো সাজু থাকিব লাগিব। লেখকে পাঠকৰ ৰুচিক সন্তুষ্ট কৰাতে নিজৰ সৃজনীশক্তিক সীমিত ৰাখিব নোৱাৰে, পাঠকৰ ৰুচি গঢ়িবৰ যত্ন কৰাও দৰকাৰ। তাত কোনো দোষণীয় কথা নাই। লিখনীৰ বা বক্তব্যৰ অভিনৱত্বই পাঠকৰ মনত সৃষ্টি কৰা কৌতূহল স্থায়ী নহ'বও পাৰে, লিখনীৰ নিজস্ব আৱেদনেৰে স্থায়ী সাঁচ বহুৱাব পাৰিলেহে সাহিত্যৰ প্ৰভাৱ স্থায়ী হয়।

আমাৰ সাহিত্যিকসকললৈ মোৰ এটা বিনীত অনুৰোধ জনাবৰ মন যায় ঃ আপোনালোক বাস কৰা চাৰিওফালৰ বৈচিত্ৰ্যময় জগতখনৰ বিচিত্ৰ জনজীৱনক, জনজীৱনৰ হাঁহি-অশ্ৰু, আশা-নৈৰাশ্য, সংকল্প-সংগ্ৰাম, কল্পনা-অনুভূতিক শ্ৰদ্ধা, আস্থা আৰু সমবেদনাৰে পৰ্যবেক্ষণ কৰি নিজৰ কলাশৈলীৰ মনোগ্ৰাহী মাধ্যমেৰে সাহিত্যত দাঙি ধৰক, তেওঁলোকক তেওঁলোকৰ জীৱনৰ ছবিখন চাবলৈ সুযোগ দিয়ক, তেওঁলোককে লৈ লিখক, তেওঁলোকৰ বিষয়ে লিখক। তেতিয়া তেওঁলোকেই হ'ব আপোনাৰ লিখনীৰ শ্ৰদ্ধাশীল পাঠক, সমালোচক, গ্ৰাহক। লেখকজন জনতাৰ এজন হ'ব পাৰিলে, জনতায়ো চিৰকাল লেখকক নিজৰ কৰি ৰাখিব। লেখক-পাঠকৰ একাত্মতা সাহিত্যৰ কাৰণে এক আপুৰুগীয়া সম্পদ।

ৰাজনৈতিক বিবেচনাত অসমৰ ভৌগোলিক সীমা আগতকৈ বহুত সংকুচিত হ'ল। ই আক্ষেপৰ কথা হ'লেও, ইতিহাসৰ অলংঘ্য বিধান বুলি ইয়াক মানি লোৱা হৈছে। এসময়ত অসমৰ ভিতৰত থকা যিবোৰ জিলা আজি একোখন স্বতন্ত্ৰ ৰাজ্য হৈছে, সেইবোৰ ৰাজ্যৰ বাইজৰ লগত অসমবাসীৰ সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক সম্পৰ্ক নতুনকৈ বচিত হ'ব ধৰিছে। ভাৰতৰ উত্তৰ পূৰ্বাঞ্চলৰ ৰাজ্যকেইখন



সমিলমিলেৰে পাৰস্পৰিক শ্ৰদ্ধা আৰু বুজা-বুজিৰ মাজেদি এটা নতুন গোট হিচাপে গঢ়ি উঠাটো সম্ভৱ বুলি বহুতৰে বিশ্বাস জন্মিছে।

আকাৰত সৰু হোৱাৰ পিছতো অসমৰ বুকত প্ৰায় ডেৰ কোটি মানুহ এতিয়াও আছে। এই ৰাজ্যখনৰ কাৰণে অসমীয়া ভাষাক ৰাজ্যিক শাসকীয় ভাষাৰূপে স্বীকৃতি দিয়া হৈছে। অসমৰ ভিতৰৰ বিশ্ববিদ্যালয়কেইটাত অসমীয়া ভাষাক শিক্ষাৰ মাধ্যম কৰা হৈছে। অসমত অসমীয়া ভাষাৰ আত্মৰক্ষাৰ যুগ শেষ হৈছে বুলি আমি নিৰ্ভয়ে ক'ব পৰা হৈছোঁ। ভৌগোলিক আয়তনত ডাঙৰ হোৱা বা জনসংখ্যা বেছি হোৱাৰ ওপৰতে যে ভাষা-সাহিত্যৰ সমৃদ্ধি নিৰ্ভৰ নকৰে, সেই কথা আমি লক্ষ্য কৰিছোঁ। আনকি অসমীয়া ভাষা-ভাষীৰ সংখ্যা বাঢ়িলেই যে অসমীয়া সাহিত্য সমৃদ্ধ বা শক্তিশালী নহ'ব পাৰে, সেই কথাও আমি উপলব্ধি নকৰি থকা নাই।

আমাৰ সাহিত্য যদি নিজস্ব বৈশিষ্ট্য, শক্তি আৰু মৌলিক গুণেৰে সুপ্ৰতিষ্ঠিত হয়, সি আনকো আকৰ্ষণ নকৰি নেথাকে। কোনো এটা ভাষা ৰাজনৈতিক বা ভৌগোলিক কাৰণত অঞ্চলবিশেষৰ মাজত সীমাৱদ্ধ হৈ থাকিব পাৰে, কোনো সাহিত্যক সীমাৰ মাজত আৱদ্ধ ৰাখিব নোৱাৰে। ভাষাৰ সীমা অতিক্ৰম কৰি সি দেশ-দেশান্তৰলৈ বিয়পি যায়।

ৰুছ দেশত জাৰতন্ত্ৰ থাকোতেই ৰচিত হোৱা ৰুছ সাহিত্য, বিশেষকৈ গল্প আৰু উপন্যাস আমাৰ দেশৰ সাহিত্য-ৰস-পিপাসুসকলৰ আদৰৰ বস্তু হৈ উঠিছিল। তেতিয়া সেই দেশৰ লগত আমাৰ দেশৰ কোনো সম্পৰ্কই নাছিল বুলিব পাৰি। ৰুছ ভাষা অহা নাছিল। অনুবাদৰ যোগেদি ৰুছ সাহিত্য আহিছিল।

ভাৰতত ইংলণ্ডৰ সাম্ৰাজ্যবাদী শাসন চলি থকা কালতো আৰু ভাৰতে তাৰ বিৰুদ্ধে যুঁজি থকা অৱস্থাতো ইংৰাজী সাহিত্যৰ অমৰ

সাহিত্যিকসকল—মিল্টন, শ্বেক্সপীয়েৰ, ছেলী, কীটছ, ডিকেন্স আদি—আমাৰ আপোন আছিল ; আজি ইংৰাজ যোৱাৰ পিছতো সেই সাহিত্যিকসকল আমাৰ পৰ হৈ যোৱা নাই।

এতিয়াও জাপানৰ লগত আমাৰ ঘনিষ্ঠ সাংস্কৃতিক সম্পৰ্ক গঢ়ি উঠা নাই। জাপানী ভাষাও আমি নাজানো। তথাপি জাপানী কবিতাৰ মনোগ্ৰাহী আংগিকে অনুবাদৰ মাজেদিয়ে আহি আমাৰ কবি আৰু অন্যান্য ৰসামোদীক চমৎকৃত আৰু অনুপ্ৰাণিত নকৰাকৈ থকা নাই। জাপানী কবিতাৰ সূক্ষ্ম, নিটোল মনোধৰ্মিতা আৰু মোহনীয় চিত্ৰকল্প কবিতাপ্ৰেমীৰ কাৰণে বিস্ময়ৰ বস্তু। তুশাবী হাইকুৰ মাজেদি আমি যেন জাপানৰ বৰ্ণাঢ্য মনটোৰ ৰহস্যৰ মাজলৈ সোমাই যোৱাৰ বাট বিচাৰি পাওঁ, অথচ আমি বহুতেই হয়তো জাপানী মানুহকে দেখা নাই।

আমেৰিকাৰ ধনতান্ত্ৰিক আদৰ্শ, বৈদেশিক নীতি, কূটাঘাতমূলক কাৰ্য আৰু বৰ্ণ-বৈষম্যক আমি কাহানিও সমৰ্থন নজনাও। সাম্ৰাজ্য-বাদী সমৰপ্ৰস্তুতিক আমি গৰিহণা দিওঁ ; কিন্তু সেই আমেৰিকাৰে ৱাল্ট হুইটমেন, হাৱাৰ্ড ফাষ্ট, চিনক্লেয়াৰ লুইচ, টেনেচি ৱিলিয়ামচ আদি সাহিত্যিকক আমি আন্তৰিক শ্ৰদ্ধাৰে গ্ৰহণ কৰোঁ। আমেৰিকাৰ হৈও এওঁলোক পৃথিবীৰ, ধনৰ জন্‌জননিয়ে তেওঁলোকৰ মানৱতাৰ বাণীক তল পেলাব পৰা নাই।

সৃষ্টিগুণৰ মহানতাৰে, গভীৰ মানৱীয় আৱেদনেৰে, নিজস্ব প্ৰত্যয় আৰু প্ৰতিভাৰে আৰু সহজ সুন্দৰ কলা আৰু আংগিকেৰে আমাৰ চিনাকি অসমখনৰ বিচিত্ৰ ৰূপকে যদি আমি সাহিত্যত জীৱন্ত কৰি তুলিব পাৰোঁ, তেন্তে ভূগোলৰ সীমা চেৰাই, ভাষাৰ প্ৰাচীৰ পাৰ হৈ আমাৰ অসমীয়া সাহিত্যও পৃথিবীৰ সাহিত্যিক সমাজৰ তথা সাধাৰণ পাঠকৰ গ্ৰহণীয় আৰু বৰণীয় নহৈ নেথাকে। বিশ্বৰ গ্ৰহণীয় কৰিব লাগিলে আমাৰ সাহিত্যৰ মাজলৈ সমগ্ৰ বিশ্বখন টানি আনিব



নেলাগে। আমাৰ মানুহৰ মাজেদি প্ৰতিভাত হোৱা বিশ্বমানৱতাৰ স্বৰূপ প্ৰকাশ কৰিব পাৰিলে আৰু জানিলে, সেয়ে সাৰ্বজনীনতা লাভ কৰিব।

আমাক আত্মবিশ্বাস লাগে আৰু মানুহক চিনি পোৱাৰ আৰু বুজি পোৱাৰ ঐকান্তিক শিক্ষা লাগে আৰু আমাৰ নিজস্বতাৰ সন্দেহাতীত স্বাক্ষৰ আমাৰ সৃষ্টিত থাকিব লাগে।

আনৰপৰা অনুকৰণ কৰি, আনৰ ভাৱ লৈ, ছাঁ লৈ কিবা ৰচনা কৰি আনলৈ আগবঢ়ালে আনে তাত যদি নিজৰে প্ৰতিচ্ছায়া দেখা পায়, তেন্তে তালৈ আকৰ্ষিত হ'ব কিয় ? অসমীয়া দৰ্জিয়ে চুট সী পেৰিচলৈ পঠিয়ালে তাত কোনোৱে নিপিন্ধিবও পাৰে ; কিন্তু আমাৰ গুণাফুলবছা মেখেলা, ৰিহাই তাতো কৌতূহল আৰু আকৰ্ষণ সৃষ্টি কৰিব বুলি আশা কৰিব পাৰি। অসমৰ সৃজনীশীল সাহিত্যিকসকল প্ৰেৰণা, আংগিক বিষয়বস্তু আৰু ধ্যান-ধাৰণাৰ কাৰণে পৰমুখাপেক্ষী হৈ থাকিলে অসমীয়া সাহিত্যই নিজস্ব বিশেষত্বৰে বিশ্বৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম নহ'ব। অসমীয়া সাহিত্য হৈহে ই বিশ্বসাহিত্য হ'বলৈ আশা কৰিব পাৰে। সমগ্ৰ বিশ্বক লৈ কিবা লিখিলেই সি বিশ্বসাহিত্য নহয়, মানুহৰ সাহিত্যহে বিশ্বসাহিত্য।

ৰাজনীতিত আৰু সমাজসেৱাৰ কামত আমাৰ ডেকা-গাভৰুসকল সক্ৰিয়ভাৱে জড়িত হৈ পৰাটো এটা আশাপ্ৰদ লক্ষণ। তেওঁলোকে গধুৰ সামাজিক দায়িত্ব লৈছে আৰু ল'বৰ কাৰণে প্ৰস্তুত হৈছে। ৰাজনীতিৰ পথাৰখন মুকলি কাৰণে প্ৰায় সকলো যুৱক-যুৱতীয়েই সেইফালে আগবাঢ়িছে।

কিন্তু অসমীয়া সাহিত্যত আমাৰ নতুন পুৰুষ বা যুৱক-যুৱতীসকলৰ ভীৰতো নায়েই, পদক্ষেপো অস্থিৰ। শিক্ষিতৰ সংখ্যা বাঢ়িছে, অভিজ্ঞতাৰ বৈচিত্ৰ্য বাঢ়িছে, দেশ-বিদেশৰ সাহিত্যৰ লগত পৰিচিত হোৱাৰ সুযোগ বাঢ়িছে, সাহিত্য চৰ্চাৰ পৰিৱেশো কিছু অনুকূল

হৈছে। প্ৰতিভা, শিক্ষা আৰু প্ৰতিশ্ৰুতিৰ অভাৱ নাই যদিও, আমাৰ যুৱক-যুৱতীসকলে আশানুৰূপভাৱে দৃঢ়তাৰে সাহিত্য-ক্ষেত্ৰত নামিছে বা আশাশুধীয়াকৈ সাহিত্যচৰ্চাত ধৰিছে বুলি কোৱাৰ সাহস আমাৰ নাই। অসম সাহিত্য সভাই নতুন লেখকসকলক উদাৰভাৱে স্বীকৃতি জনাই আদৰি লৈছে। নিজৰ মতে, মুক্তভাৱে সাহিত্য সৃষ্টি কৰাত অকণো বিধিপথালি দিয়া নাই। অসম সাহিত্য সভাৰ কবি সন্মিলনতেই হওক বা লেখক-শিবিৰতেই হওক, নতুন লেখক-সকলক অংশ গ্ৰহণ কৰিবলৈ সাদৰ নিমন্ত্ৰণ জনোৱা হৈছে আৰু তেওঁলোক আহিছেও; কিন্তু দুই-এজনত বাদে প্ৰায় সকলো নতুন লেখকেই চাকৰি বা ৰাজনীতিত সোমাই পৰি সাহিত্যলৈ পাহৰি যোৱাটো অসমীয়া সাহিত্যৰ কাৰণে দুৰ্ভাগ্যজনক কথা। সাহিত্যলৈ নতুন ভাৱধাৰা, নতুন আংগিক, নতুন বিষয়-বস্তু ডেকাসকলে নানিলে কোনে আনিব? সাহিত্যসেৱাও জানো দেশপ্ৰেম নহয়? সমাজৰ পুনৰ নিৰ্মাণত যুৱকসকলে ৰাজনীতিৰ মঞ্চৰ আশ্ৰয় লোৱাৰ উপৰি সাহিত্যৰ আশ্ৰয়ো জানো ল'ব নোৱাৰে? তেওঁলোকৰ সৃষ্টিৰ নতুনত্বেৰে তেওঁলোকে পুৰণি চাম সাহিত্যিকক পাছ পেলাই থৈ তেওঁলোকৰ মজিয়া দখল কৰক।

প্ৰতিভা প্ৰতিশ্ৰুতি থকা, সাহিত্য কৰ্মত লাগিবলৈ আগ্ৰহ থকা ডেকা-গাভৰুসকলে বিচিত্ৰ নতুন নতুন সৃষ্টিৰে আমাৰ সাহিত্যক জীৱন্ত আৰু সমৃদ্ধ কৰিবলৈ আগবাঢ়ি আহক। নহ'লে তেওঁ-লোকে বয়সস্থ সাহিত্যিকসকলৰপৰা যদি আত্মজীৱনী আৰু অতীত সোঁৱৰণীৰ নিৰস ৰচনাৰ বাহিৰে পঢ়িবলৈ আৰু একো নেপায়, তাৰ বাবে নিজকেহে জগৰীয়া কৰিব লাগিব, আনক জগৰীয়া কৰিব নোৱাৰিব।

নতুন সাহিত্য-আলোচনী দুই-এক সংখ্যা ওলায়ে নোহোৱা হৈ যোৱাৰ দৰে, নতুন লেখক-লেখিকাও গা দেখা দিয়েই নোহোৱা হৈ যোৱাটো হতাশাজনক কথা। যথেষ্টসংখ্যক সাহিত্য আলোচনী



নথকাৰ কাৰণে বা আলোচনীবোৰ স্বল্পায়ু হোৱাৰ কাৰণে নতুন লেখক-লেখিকাসকলে সাহিত্যজগতত আত্মপ্ৰকাশ কৰিব পৰা নাইনেকি?

বিভিন্ন ঠাইত অনুষ্ঠিত হোৱা চেমনীয়া সাহিত্য চ'ৰাবোৰৰপৰা আশানুৰূপাভাৱে পৈণত ডেকা সাহিত্যিক ওলাই অহা নাই। কবিতা লিখাৰ বয়স ষোলত আৰম্ভ হৈ বিশত শেষ হ'ব লাগে বুলি অসমীয়া নতুন কবিসকলে কিবা নিয়ম কৰি লৈছে বুলি আমি বিশ্বাস নকৰোঁ।

বামপন্থী ৰাজনৈতিক আদৰ্শৰদ্বাৰা উদ্বুদ্ধ হৈ কোনো কোনো নতুন লেখকে establishment আৰু status quoৰ বিৰুদ্ধে প্ৰতিবাদ বা অভিযোগ প্ৰকাশ কৰা দেখা যায়; কিন্তু সমাজ-মানসত বা আমাৰ সাহিত্যজগতত তেনে লিখাই কিবা উল্লেখ-যোগ্য প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে বুলি ক'ব নোৱাৰি।

নতুন লেখক-লেখিকাসকলে শক্তিশালী লিখনী আগবঢ়োৱাত আত্ম-নিয়োগ নকৰিলে অসমীয়া সাহিত্য আগুৱাই যাব নোৱাৰে। তেওঁ-লোকেই বৰ্তমানৰ হতাশাজনক পৰিস্থিতিৰপৰা আমাৰ সাহিত্যক ৰক্ষা কৰিব লাগিব।

অলপতে অসমৰ লেখিকাসকলৰ 'অসম লেখিকা সন্থা' নামৰ এখন সন্মিলন হৈ গ'ল। অন্য বহু ৰাজ্যতকৈ অসমত শিক্ষিতা মহিলাৰ সংখ্যা বেছি; কিন্তু সেই অনুপাতে সাহিত্য ক্ষেত্ৰত তেওঁলোকৰ সংখ্যা কম, বৰঙণিৰ পৰিমাণ আৰু তাকৰ। অসম সাহিত্য সভাৰ হৈ যোৱা ৪০ গৰাকী সভাপতি-সভানেত্ৰীৰ ভিতৰত আজিলৈকে এগৰাকী মাথোন সভানেত্ৰী হৈছে। সংগঠিতভাৱেই হওক বা গাইগুটীয়াকৈয়ে হওক, আমাৰ মহিলাসকলে মূল্যবান লেখনী আগবঢ়াওক এয়ে আমাৰ আশা। নাৰী আৰু শিশুৰ মনৰ গভীৰৰ কথা লেখিকাসকলে মনোৰমকৈ আৰু নিৰ্ভৰযোগ্যকৈ

দাঙি ধৰিব পাৰে। আমাৰ ভাষাত এনে কিতাপৰ নিতান্ত অভাৱ। অসম সাহিত্য সভাই লেখিকা সন্থাক স্বীকৃতি দি আদৰণি জনাইছে। নতুন প্ৰেৰণা আৰু উদ্দীপনাৰে লেখিকাসকল সাহিত্যক্ষেত্ৰলৈ আগবাঢ়ি অহাটো আমি কামনা কৰিছোঁ।

দ্বিতীয় মহাসমৰৰ পিছতে পুৰণি অংগসজ্জা সলাই, পুৰণি মজিয়াৰপৰা নতুন মজিয়ালৈ ওলাই আহি বহুতকে বিব্ৰত আৰু আতংকিত কৰি তোলা নতুন কবিতাই বিভিন্ন পৰীক্ষা-নিৰীক্ষাৰ দেওনা দেই আহি এতিয়া স্থায়ী আসন লৈ বহিছে। পুৰণি কবিতাই নতুন কবিতাক বাট এৰি দিছে। প্ৰকাশৰ নতুনত্ব আৰু সাহসিকতা, দৃষ্টিভংগীৰ বিভিন্নতা, বক্তব্যৰ অভিনৱত্ব, শব্দ-উপমা আদি ব্যৱহাৰৰ অগতানুগতিকতা আৰু কবিৰ নিজস্ব কাব্যিক ব্যক্তিত্ব প্ৰতিষ্ঠাৰ সংকোচহীনতা এই কবিতাৰ বিশেষত্ব-ৰূপে স্বীকৃত হৈছে; কিন্তু আধুনিক কবিতা সহজ নহয় আৰু আমাৰ পাঠকসকলৰ সৰহভাগেই সহজ ৰসাস্বাদনৰ অভিলাসী সাধাৰণ মানুহ। কবিসকলে মাজে মাজে এই পাঠকসকলৰ কথা মনত ৰাখিলে সহজ হোৱাৰ অপযশেৰে কবিতা কলংকিত হ'ব বুলি ভয় খাবলগীয়া নাথাকিব বুলিয়ে আমাৰ ধাৰণা। জাতীয় স্বীকৃতি লাভ কৰা শাৰীৰ কবিতাই সাধাৰণ অসমীয়া কবিতাপ্ৰেমীবো যদি স্বীকৃতি লাভ কৰিব পাৰে, সি জানো কাৰোবাৰ ক্ষতি কৰিব? আমাৰ কবিসকলো কবিতা-ৰসগ্ৰাহী সমাজখনৰ ভিতৰৰে একোজন বুলি ভাৱিবলৈ সুবিধা পালে পাঠক সাধাৰণ নিশ্চয় কবিসকলৰ প্ৰতি অধিক আকৃষ্ট হ'ব।

সেনাপতিৰ হাতৰ পতাকালৈ চাই অনুসৰণকাৰী সৈন্য আগুৱাই যায়। কবিতা কবিৰ হাতৰ পতাকা। সেই পতাকাৰ ইংগিতে সমাজক তেওঁৰ ভাৱাদৰ্শনৰ অনুসৰণ কৰিবলৈ হাত বাউলি দিয়ে। সেনাপতিৰ হাতৰ পতাকা বহুত দূৰে দূৰে আগে আগে গ'লে, পাছৰ অনুগামীসকলে পতাকাৰ ৰং-ৰূপ চিনিব নোৱাৰিবও পাৰে।



অসমৰ কবি আৰু পাঠকৰ মাজৰ দূৰত্ব কম হয় মানে ভাল। মেলাহি কাঁহীত সুস্বাদু খাদ্য থৈ বগলীক খাবলৈ নিমন্ত্ৰণ জনালে বগলীৰ চকুৰ তৃপ্তি হ'ব পাৰে, পেটৰ ভোক নমৰে।

অসমীয়াত আজি কিছু বছৰৰ ভিতৰত কিছু উপন্যাস লিখা হৈছে। তাৰে খনচেৰেকে প্ৰতিষ্ঠা আৰু জনপ্ৰিয়তাও লাভ কৰিছে; কিন্তু উপন্যাসত আমাৰ সমাজৰ বিভিন্ন স্তৰৰ জন-জীৱনৰ সফল আৰু পূৰ্ণাংগ ৰূপায়ণ এতিয়াও হোৱা নাই আৰু উপন্যাস ৰচনাই পূৰঠ গদ্য ৰচনাৰ যি সুযোগ দিয়ে তাকো পূৰ্ণভাৱে আয়ত্তাধীন কৰা হৈছে বুলি ক'ব নোৱাৰি। গভীৰ জীৱনবীক্ষাৰ অৱলম্বনত, সাৱলীল গতিশীল ভাষাত, জীৱনৰ বিচিত্ৰ ৰূপ সংযমেৰে, সাহসেৰে আৰু সত্যনিষ্ঠাৰে কলাসন্মতভাৱে ৰচনা কৰাৰ দক্ষতা অৰ্জন কৰিব পাৰিলে অসমীয়া ঔপন্যাসিক বিশ্বৰ স্বীকৃতি আৰু সমাদৰ লাভ কৰিবলৈ সক্ষম হ'ব। ইয়াৰ কাৰণে আমাৰ উপন্যাস লেখকৰ শ্ৰম আৰু সাধনা অপৰিহাৰ্য। বিষয়বস্তু উভৈনদী, একাগ্ৰতাৰ দৰকাৰ।

নাটকৰ দাৰিদ্ৰ আমাৰ বহুদিনীয়া পুৰণি। একোটা বছৰত এখনকৈও মঞ্চসফল বা সাহিত্যিক গুণসম্পন্ন নাটক নোলোৱাটো হতাশাজনক কথা। সংখ্যাৰ পৰিমাণেৰে গুণৰ জোখ কৰিবলৈ গ'লে ৰেডিঅ' নাটকৰ ক্ষেত্ৰতো হতাশ হ'বলগীয়া হয়। বিদেশী দুই-চাৰিখন ভাল নাটকৰ অনুবাদ আৰু অভিনয়ে ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰিছে; কিন্তু এনে নাটকৰ আৱেদন নগৰ-মহানগৰৰ elite সকলৰ মাজতে সীমাবদ্ধ আছে। ব্ৰেখ্‌ট্‌, পিৰাণ্ডেল্লো আদিৰ নাটকৰ পৰিৱেশ পৰিপাৰ্শ্বৰ আমাৰ পৰিচিত সামাজিক বাস্তৱৰ লগত মিল কম। চিনাকি জীৱনৰ নাটকীয়তাই নাট্যকাৰক নাট ৰচনাৰ প্ৰেৰণা নিদিলে বিদেশী নাটকে দিব নোৱাৰে। নতুন দৃষ্টিভংগীৰে পুৰণি কাহিনীৰ নতুন নাট্যৰূপ দিয়াৰ প্ৰয়াসো হৈছে। সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক দুৰ্নীতি, ভণ্ডামী আদিৰ মুখা খুলি দিয়াৰ

প্ৰয়াসো কোনো কোনো নাটকে কৰিছে। ভাৰতীয় অন্য ভাষাৰ নাটকৰ অনুবাদ আৰু অভিনয়ো হৈছে। কিছুমান একাংকিকা বক্তব্যভাৰাক্ৰান্ত হোৱাৰ কাৰণে তাৰ সূক্ষ্ম ইংগিতধৰ্মিতাৰ আৱেদন অসফল হৈছে। সমাজ-জীৱনলৈ নাটকীয়তা আহিছে; কিন্তু নাট্যকাৰৰ মনোজগতত তাৰ প্ৰতিক্ৰিয়াই ধৰা দিয়া নাই। এখন নতুন সমাজতহে এখন নতুন নাটকৰ জন্ম হ'ব পাৰে বুলি, নতুন সমাজৰ আৱিৰ্ভাৱলৈ বাট চাই থাকিব নোৱাৰি। আজিৰ সংঘাত-সংঘৰ্ষ, ক্ৰোধ-হতাশা, আশংকা আৰু সম্ভাৱনাৰ অৱলম্বনত আমাৰ নতুন নাটকৰ সৃষ্টি হ'ব পাৰে। নাটকৰ জনপ্ৰিয়তা সদায় আছে। ভাল নাটকৰ স্থায়ী আৱেদনো আছে। বিষয়বস্তু আৰু কলাকৌশলৰ সুসমন্বয় নহ'লে নাটক হয় আংগিক-সৰ্বস্ব নাইবা প্ৰচাৰধৰ্মী হৈ পৰে। বিদেশৰ বা ভাৰতৰ অন্য ভাষাৰপৰা অনুবাদ কৰা নাটকে আমাৰ নাটকৰ অভাৱ কিছু পূৰণ কৰিব পাৰে; কিন্তু নাট্য আন্দোলন গঢ়ি তুলিব নোৱাৰে। ইতিহাসৰ নতুন নাট্যৰূপে প্ৰেৰণা আৰু আমোদ দিব পাৰে। বৰ্তমান জীৱনৰ জীয়া সমস্যাক ৰাইজৰ চকুৰ আগত দাঙি ধৰিব নোৱাৰি।

আমাৰ নাট্যামোদী দৰ্শকৰ অভাৱ নাই। প্ৰতিভাসম্পন্ন অভিনেতা-অভিনেত্ৰীৰ অভাৱ নাই। সংগঠন গঢ়ি তোলাৰ পৰিৱেশৰো অভাৱ নাই। ৰাইজ আৰু চৰকাৰৰো সহায়-সহযোগৰ অভাৱ নাই, তথাপি আমাৰ নাট্যসাহিত্য ইমান নিশকতীয়া হৈ থকাটো দুৰ্ভাগ্যজনক কথা।

চেলুলইদৰ মাধ্যমেই বৰ্তমান শতিকাৰ আটাইতকৈ শক্তিশালী মাধ্যম। হয়তো অহা শতিকাতো বিজ্ঞানে অন্য কোনো সুলভ মাধ্যম আৱিষ্কাৰ নকৰা পৰ্যন্ত ইয়েই আটাইতকৈ জনপ্ৰিয় মাধ্যম হৈ থাকিব। জ্যোতিপ্ৰসাদৰ যুগৰপৰা অসমীয়া কথাছবি বহুদূৰ আগুৱাই আহিল; কিন্তু যি দুঃসাহসী প্ৰেৰণাই মহৎ সৃষ্টি সম্ভৱ কৰি তোলে, সেই প্ৰেৰণাৰ কাৰণে আমি চিনাকি ৰস-সমৃদ্ধ জীৱনৰ



বৈচিত্ৰ্যৰ কাষ নেচাপি, কথাছবিৰ বিষয়বস্তু, গীত, বেশভূষা, ভাৱভংগী আদি বোম্বাই, কলিকতা আদিৰ পৰা আমদানি কৰি, আনৰ সৃষ্টিৰ ছাঁত নিজৰ অস্তিত্ব ঘোষণা কৰাত আত্মপ্ৰসাদ লাভ কৰি থাকিলে সাধাৰণ দৰ্শকে যদি অসমীয়া ছবি চোৱাতকৈ, অন্য ছবি চোৱাৰ তাগিদ বেছিকৈ অনুভৱ কৰে, তাৰ বাবে কাক জগৰীয়া কৰিব? ভাল বস্তু ভালকৈ পৰিৱেশন কৰিব জানিলে ৰাইজে আদৰি নলৈ নাথাকে— কিতাপেই হওক বা কথাছবিয়েই হওক।

চৰকাৰে ফিল্ম ফাইনান্স কৰ্পৰেচন গঠন কৰিছে, কাহিলিপাৰাত ষ্টুডিঅ' নিৰ্মাণ কৰিছে, বহুখিনি সুযোগ আগ বঢ়াইছে। কাহিনীকাৰ, গীতিকাৰ, সুৰকাৰ, শিল্পী, কলাকুশলী—সকলোৰে সুসংবদ্ধ যৌথ প্ৰচেষ্টাত অসমীয়াত সুস্থ, সুন্দৰ, আৱেদনভৰা কথাছবি নিৰ্মাণ নোহোৱাৰ কাৰণ নাই।

ন্যস্ত স্বাৰ্থৰ লোকে যেতিয়া কলা-সংস্কৃতিক ৰাইজক বিভ্ৰান্ত কৰি শোষণ কৰাৰ অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰে, তেতিয়া কলাৰ মাংগলিক আৰু সামাজিক তাৎপৰ্যই ক্ষতিগ্ৰস্ত নহয়; যৌনতাপ্ৰধান, অসামাজিক, অবাস্তৱ, অশ্লীল কাহিনীযুক্ত কথাছবিয়ে সমাজৰ নৈতিকতাৰো ধ্বংস সাধন কৰে। শক্তিশালী কাহিনীৰ কলা-সম্মত উপস্থাপনৰ যোগেদি, সাহিত্যবস্তুৰ মূল আৱেদনক চিত্ৰৰ জীৱন্ত মাধ্যমেৰে দাঙি ধৰি, সাধাৰণ দৰ্শকৰো সৌন্দৰ্য-গ্ৰাহিকা শক্তিক শ্ৰদ্ধা জনাব জানিলে, অসমীয়া কথাছবি বৰ্তমানৰ দুৰ্বলতাৰপৰা মুক্ত হ'ব আৰু কথাছবি উদ্যোগো লাভজনক ব্যৱসায় হিচাপে গঢ়ি উঠিব। ভাল কাহিনী লৈ ভাল কথাছবি কৰিলে কথাছবিয়ে সামাজিক দায়িত্ব সুসম্পন্ন কৰিব পাৰিব। কাহিনী-সাহিত্যৰো সমাদৰ আৰু মৰ্যাদা বাঢ়িব।

আজি কিছুদিনৰপৰা অসমীয়া চুটি গল্প ৰচনাত শিথিলতা দেখা দৈছে। যদিও গল্প ৰচনাৰ ধাৰা বন্ধ হোৱা নাই, তথাপি ত্ৰিশৰ-

পৰা ষাঠিৰ ভিতৰত যিমান বিষয়বস্তুৰ ওপৰত, যিমান বিচিত্ৰ মনোগ্ৰাহী চুটি গল্প লিখা হৈছিল, বৰ্তমানত সংখ্যা আৰু গুণ উভয়তে সেই গতি ৰক্ষা পৰা নাই। আংগিকতো বিশেষ নতুনত্ব অহা নাই। বিষয়বস্তু নিৰ্বাচনতো চকুত পৰা বৈচিত্ৰ্য অতি কম। পূৰ্বৰ ৰসসমৃদ্ধ গল্পৰ ঠাইত এতিয়া বুদ্ধিনিষ্ঠ গল্প লিখা হৈছে, মাজে মাজে দুই-এক গল্পৰ মাজেদি সমাজ মনৰ বেদনা আৰু অসন্তুষ্টিও প্ৰকাশ পাইছে; কিন্তু মৰ্মস্পৰ্শী আবেদন থকা ৰসোতীৰ্ণ গল্পৰ সংখ্যা সৰহ নহয়। কিছুমান চিত্ৰ বা ৰচনাকো ( essay ) গল্প নাম দি চলাই দিবৰ যত্ন কৰা হৈছে। গল্পৰ বিষয়বস্তুৰ অভাৱ হোৱা নাই। নতুন কলাকৌশল উদ্ভাৱনৰ বাটতো বিশেষ বাধা নাই। অসমীয়াত চুটি গল্পৰ যুগ শেষ হ'ল বুলি ভাৱিবৰ সময় এতিয়াও হোৱা নাই বুলিয়ে আমাৰ বিশ্বাস।

নতুন ৰসাল, নিটোল চুটি গল্প পঢ়িবৰ কাৰণে আমি বাট চাই আছোঁ। আমাৰ সমাজৰ পৰিবৰ্তনৰ চিত্ৰ আৰু সমস্যাই, বৈচিত্ৰ্য আৰু সংঘাত-সংগ্ৰামৰ ৰূপায়ণে আমাৰ চুটি গল্পক নতুন বৈশিষ্ট্যেৰে আকৰ্ষণীয় কৰি তোলক।

ড° বাণীকান্ত কাকতিকে প্ৰমূখ্য কৰি বৰ্তমানলৈকে আমাৰ বহু-কেইজন পণ্ডিত লোকে পুৰণি আৰু বৰ্তমানৰ অসমীয়া সাহিত্যৰ সমালোচনা কৰিছে। বিশ্ববিদ্যালয়ৰ ডক্টৰেট ডিগ্ৰী আদিৰ কাৰণেও সাহিত্য বিষয়ক গৱেষণা হৈছে। সাহিত্যৰ যুগ অনুসৰি আৰু বিষয়বস্তু অনুসৰিও গৱেষণা কৰা হৈছে। এনে ধৰণৰ আলোচনা-গৱেষণাই আমাৰ সাহিত্যৰ বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰাৰ লগতে মূল্য নিৰ্ণয়ৰো প্ৰয়াস কৰিছে। বিদেশী লেখক আৰু সাহিত্যৰ বিষয়েও আৰু সমালোচনাৰ আদৰ্শ-পদ্ধতি আদি সম্পৰ্কেও প্ৰবন্ধাদি লিখা হৈছে। অসমৰ সাহিত্যানুৰাগী লোকসকল এই-বিলাকৰদ্বাৰা উপকৃত হৈছে।



কিন্তু সকলো সমালোচনা বিজ্ঞানসন্মত, নিৰপেক্ষ আৰু নন্দনতাত্ত্বিক-ভাৱে ব্যক্তিগত বিবেচনাৰ উৰ্ধৰ হৈছে বুলি ক'ব নোৱাৰি। আলোচকসকলৰ মতদ্বৈধতা তেওঁলোকৰ অধ্যয়ন আৰু চিন্তা-গৱেষণাৰ পৰিচায়ক। ভাৰতীয় বিচাৰধাৰা, মাৰ্ক্সীয় বিচাৰধাৰা, দ্বন্দ্বাত্মক বস্তুবাদী বা ঐতিহাসিক বস্তুবাদী বিশ্লেষণ, বিভিন্ন নন্দনতাত্ত্বিক থিঅ'ৰিৰ সহায়ত মূল্য নিৰ্ধাৰণ আদিৰ প্ৰয়োগে সমালোচকসকলৰ পাণ্ডিত্য আৰু নিষ্ঠাৰ প্ৰমাণ দাঙি ধৰে; কিন্তু আলোচ্য বিষয়তকৈ তত্ত্বগত সূত্ৰ, ব্যাখ্যা অধিক গধূৰ হোৱাৰ কাৰণে সাধাৰণ পাঠকে সমালোচনাৰ বক্তব্যৰ বিষয়ে একো উৱাদিহ নেপায়। বহু সমা-লোচনাত কেৰেলাতকৈ গুটি দীঘল হোৱাৰ ফলত সাহিত্যিকজনৰ বিষয়েও বুজা হৈ নুঠে, সমালোচনাৰ বক্তব্যও দুৰ্বোধ্য হৈ ৰয়। বিদেশত সীয়াই অনা চোলাৰ জোখৰ মানুহ বিচাৰি ফুৰিলে কেতি-য়াবা বিচাৰি পোৱা নাযাবও পাৰে। টুপীৰ জোখেৰে মূৰ পাবলৈ টান হ'ব পাৰে, মূৰৰ জোখেৰে টুপী বিচৰা বেয়া জানো? বিজ্ঞান-সন্মত আধুনিক সাহিত্য-সমালোচনাৰ ৰীতি-পদ্ধতিক আমি স্বাগত জনাওঁ। তেনে সমালোচনাই লেখকসকলৰ নিজৰ সৃষ্টিৰ গুণাগুণ আৰু পৰিস্থিতি বুজাত নিশ্চয় সহায় কৰিব; কিন্তু বৰ্তমান জনপ্ৰিয় হোৱা সমালোচনাৰ কোনো এক মানদণ্ডই সেই বিষয়ৰ শেষ কথা নহ'বও পাৰে আৰু কেতিয়াবা ৰোগতকৈ ঔষধ বেছি চোকা হ'লে লালুকিলৈ তপত পানীৰ যোগাৰ কৰাৰ অৱস্থাও হ'ব পাৰে।

১৯৩৯ চনত কটন কলেজৰ এজন বিজ্ঞানৰ ডেকা অধ্যাপকে ডিঙিত ফাঁচ লগাই আত্মহত্যা কৰিছিল। তাৰ ওপৰত মন্তব্য দি অধ্যাপক ড° বাণীকান্ত কাকতিয়ে কৈছিল ঃ "আত্মহত্যা কৰিলে কৰক; কিন্তু ৰসায়নৰ এজন ডেকা অধ্যাপকে চিপজৰী লগাই অন্য মানুহ মৰাদি নমৰি, অন্য কোনো বৈজ্ঞানিক উপায়ে আত্মহত্যা কৰিব নোৱাৰিলেনে ?"

আমাৰ সমালোচকসকলে তৰ্কবাদ কৰে, দন-খৰিয়াল কৰে, কৰক; সাহিত্যৰ স্বাৰ্থত কৰক, ভাষাৰ স্বাৰ্থত কৰক, সাহিত্য-সংস্কৃতিৰ সম্পৰ্কে কৰক। এনে খৰিয়াল-তৰ্কবাদ সাহিত্যিকসুলভ হ'লেই ৰাইজে ৰং চাবলৈ সুবিধা পাব, কিছু শিকিবও পাৰিব। ম'হযুঁজ ৰজায়ো চায়।

ম'হযুঁজখন ম'হযুঁজ যেন হ'ব লাগে। কেৱল খোঁচাখুঁচি হ'লে ম'হযুঁজ যেন নেলাগে।

আমাৰ সাহিত্যিকসকলক সাহিত্যৰ বিভিন্ন বিষয় সম্পৰ্কে সজাগ কৰি দি উন্নততৰ আৰু উচ্চতৰ সৃষ্টিৰ কাৰণে প্ৰেৰণা যোগাবৰ কাৰণেই যিসকলে সমালোচনা কৰে, সেইসকল ধন্যবাদৰ পাত্ৰ। বাট দেখুৱাই দিওঁতাজনক অন্ধয়ো ভাল পায়।

বিশ্ববিদ্যালয়ৰ ডক্টৰেট ডিগ্ৰীৰ কাৰণে সাহিত্য-সংস্কৃতিৰ বিশেষ বিশেষ বিষয়ৰ ওপৰত হোৱা স্বীকৃত গৱেষণা-পত্ৰ (থিচিছ)বোৰৰ মূল্য নিশ্চয় আছে; কিন্তু তাৰে কিছুমান 'প্ৰকাশৰ কাৰণে নহয়' বুলি ধৰা হয়। ডক্টৰেট ডিগ্ৰীৰ কাৰণে উপযুক্ত, অথচ প্ৰকাশৰ কাৰণে অনুপযুক্ত এই থিচিছবোৰৰ মুকলি সমালোচনাৰ থল নাই। হোৱা হ'লে সেইবোৰত মুকুতাই আছেনে শোকোতাই আছে বুজিব পৰা গ'লহেঁতেন।

জাতীয় বুৰঞ্জীৰ অধ্যয়নে সাহিত্য ৰচনাৰ প্ৰেৰণা যোগায়। আমাৰ শিল্প-সাহিত্য, ইতিহাস-সংস্কৃতিসম্পৰ্কীয় কিছুমান গৱেষণা-পত্ৰয়ো তেনে প্ৰেৰণা নোযোগাব বুলি ক'ব নোৱাৰি; কিন্তু গৱেষণা-পত্ৰ প্ৰধানকৈ ইংৰাজীতে দাখিল কৰাৰ নিয়ম হৈ আহিছে। অসমীয়া গৱেষকে গৱেষণা অসমীয়াত কৰাৰ ব্যৱস্থা হ'লে আৰু অন্ততঃ স্বীকৃত গৱেষণা-পত্ৰবোৰ প্ৰকাশ পালে আমাৰ জ্ঞানৰ পৰিধি সম্প্ৰসাৰিত হ'ব, বিশেষজ্ঞসকলেও ৰাজহুৱা স্বীকৃতি পাব, সাহিত্যও সমৃদ্ধ হ'ব। বিশ্ববিদ্যালয়ৰ ডক্টৰেট ডিগ্ৰী পাবৰ কাৰণে লিখিব-লগা থিচিছ লিখিবৰ কাৰণে অসমীয়া ভাষা আজিও অনুপযুক্ত



হৈ আছে বুলি নাইবা ইংৰাজীৰ বাহিৰে (বহু সময়ত ভুল বা বা বেয়া ইংৰাজী) অন্য ভাষাৰে এনে থিচিছ লিখিব নোৱাৰি বুলি যিসকলে ভাৱে সেইসকলে অসমীয়া ভাষাৰ অপমানহে কৰে। এম, এ, ডিগ্ৰীৰ কাৰণে উপযুক্ত ডক্টৰেটৰ গৱেষণা পত্ৰ লিখিবৰ কাৰণে অনুপযুক্ত বুলি অসমীয়া ভাষাক অৱমাননা নকৰাই বাঞ্ছনীয়।

চিনাকি জীৱনৰ যথাযথ বৰ্ণনাক সাহিত্যৰ মৰ্যাদা দিব লাগিলে স্থূল যথাৰ্থতাক ৰসসমৃদ্ধ কলালৈ ৰূপান্তৰ কৰাৰ ৰসায়ন প্ৰয়োগ কৰিব জানিব লাগিব। কল্পনাৰো এটা বাস্তৱ অস্তিত্ব আছে। কল্পনা শিল্পী-সাহিত্যিকৰ এক প্ৰয়োজনীয় অৱলম্বন।

প্ৰাচীন ভাৰতীয় সাহিত্যও কম বাস্তৱবাদী নাছিল; কিন্তু বাস্তৱবাদক স্থূলতাৰ অন্য ৰূপ বুলি দেখুউৱা নহৈছিল। এতিয়াও বৈজ্ঞানিক সত্য বা যথাৰ্থতা আৰু সাহিত্যিক সত্যৰ মাজত পাৰ্থক্য নোহোৱা নহয়। জ্ঞানৰ মাজেদি হোৱা আনন্দৰ উপলব্ধি আৰু ৰসৰ মাজেদি হোৱা আনন্দৰ উপলব্ধিৰ মাজত পাৰ্থক্য আছে।

সাহিত্যত ৰিয়েলিজম বা বাস্তৱতাৰ নামত নগ্নতা, অশ্লীলতা, যৌনতা আদিয়ে এক ভয়াৱহ অৱস্থা পাইছেগৈ। বজাৰত দেখদেখকৈ বা চোৰাংকৈ এনে কিছুমান কিতাপ বেচা হৈছে যিবোৰে যেন দেখুৱাবৰ যত্ন কৰিছে যে নগ্ন যৌনতা বা মানুহৰ জান্তৱ পৰিচয়েই একমাত্ৰ পৰিচয়। সুস্থ, পৰিচ্ছন্ন জীৱনবোধৰ ঠাইত এনেবোৰ কিতাপে নানা বিচিত্ৰ, উলংগ বৰ্ণনাৰে, ৰং-বিৰিঙৰ ছবিৰে, নানা কদাকাৰ ইংগিতেৰে মানুহক দেহসৰ্বস্ব আৰু যৌনতাসৰ্বস্ব এক জন্তুৰূপে দাঙি ধৰি লাখ লাখ টকাৰ ব্যৱসায় কৰিছে। এচাম পাঠকে, যি ভাল কিতাপ নিকিনে, এনে কিতাপ কিনিছে। ফলত বেয়া কিতাপে ভাল কিতাপক বজাৰৰ কোণলৈ ঠেলি পঠিয়াইছে।

৪



এনেবোৰ কিতাপৰ সৰহভাগ অন্য ভাষাৰপৰা স্বীকাৰ নকৰাকৈ অনুবাদ কৰি প্ৰকাশ কৰা হৈছে। কোনো কোনো জনপ্ৰিয় আৰু প্ৰতিষ্ঠিত লেখকেও ধনৰ কাৰণে, প্ৰকাশকৰ ফুচুলনিত এনে কিতাপ লিখাত ধৰিছে বুলি জনা যায়। এয়া আমাৰ কাৰণে দুৰ্ভাগ্যৰ কথা। এনে কুসাহিত্যই সমাজ কলুষিত কৰে, যুৱক-যুৱতীসকলক বিপথে নিয়ে, ব্যভিচাৰ অনাচাৰৰ বাট মুকলি কৰে। ৰাইজে এনে পুথিৰ লেখক আৰু প্ৰকাশকক তথা পৰিৱেশকক শক্তিশালীভাৱে বাধা দি এঘৰীয়া নকৰিলে, অকল চৰকাৰে একো কৰিব নোৱাৰে। মদ নিবাৰণতকৈ অশ্লীল সাহিত্য নিবাৰণী সমাজৰ কাৰণে অধিক প্ৰয়োজনীয় কথা।

যৌনতাতকৈ জীৱন বহুত ডাঙৰ আৰু পৱিত্ৰ। পুৰুষ-নাৰীৰ, যুৱক-যুৱতীৰ অসামাজিক স্থূল সম্পৰ্ক আকৰ্ষণীয় কৰি দাঙি ধৰি আমাৰ সমগ্ৰ যুৱমানসক বিপথগামী কৰাৰ এক চতুৰ ষড়যন্ত্ৰ চলি আছে। আমাৰ দেশৰ সাৰ্বভৌমত্ব ৰক্ষা, ইয়াৰ প্ৰগতিক অব্যাহত ৰখাটো এদল ভ্ৰষ্ট চৰিত্ৰৰ নাগৰিকৰদ্বাৰা সম্ভৱ নহয়; স্বাস্থ্যবান, চৰিত্ৰবান, সমাজৰ আস্থাভাজন লোকৰদ্বাৰাহে সম্ভৱ। আমাৰ যুৱক-যুৱতীসকলৰ চৰিত্ৰশক্তি দৃঢ় আৰু সুপ্ৰতিষ্ঠিত নহলে, জাতীয় শৃংখলা সুপ্ৰতিষ্ঠিত হ'ব নোৱাৰে। দেশপ্ৰেমতকৈ দেহ-প্ৰেমক প্ৰাধান্য দি লিখা অশ্লীল কিতাপ সমাজৰ প্ৰগতি আৰু শৃংখলাৰ শত্ৰু। আমি সজাগ হ'ব লাগিব। যৌনবিলাস এটা জাতিৰ সৌন্দৰ্য-সাধনাৰ জোখ-কাঠী হ'ব নোৱাৰে। অশ্লীলতা নন্দনতাত্ত্বিক সত্য হ'ব নোৱাৰে। নগ্নতা মানুহৰ সভ্যতা-সংস্কৃতিৰ উচ্চতা আৰু বিকাশৰ বিজ্ঞাপন নহয়। ভেৰোণীয়া লেখকৰ বিকৃত আৰু সমাজ-ধ্বংসকাৰী সৃষ্টি কাহানিও সাহিত্য হ'ব নোৱাৰে।

ত্যাগৰ আনন্দ, জ্ঞানান্বেষণৰ গভীৰ তৃপ্তি, সৌন্দৰ্য-সাধনাৰ অনিৰ্বচনীয় মধুৰতা, নতুন সত্য আৱিষ্কাৰৰ উল্লাস, নিজ কৰ্তব্য সম্পাদনৰ, ৰাজহুৱা উৎসৱত যোগদানৰ, দেশ-বিদেশ ভ্ৰমণৰ, এক



কৰ্মবহুল পৱিত্ৰ জীৱন যাপনৰ, উচ্চতৰ প্ৰেম আৰু জ্ঞানৰ সহায়ত হৃদয় আৰু মনক ব্ৰতী কৰি জীৱনক মহৎ কৰাৰ মূল্য কাহানিও কোনো সমাজতে নোহোৱা হৈ নাযায়। সাহিত্যত এইবোৰৰ ঠাই নোহোৱা হোৱাৰ কি কাৰণ আছে? যি লিখনীয়ে সৌন্দৰ্য, মহত্ব, কল্যাণ আৰু পৱিত্ৰতাৰ পথৰপৰা মানুহক আঁতৰাই আনে, সি সাহিত্য নহয়।

ব্ৰহ্মপুত্ৰৰ বান আৰু গড়াখহনীয়া ৰোধ কৰিবৰ কাৰণে আমি বছৰি কোটি কোটি টকা খৰচ কৰিছোঁ। আমাৰ সাংস্কৃতিক মূল্যবোধৰ অৱমাননা আৰু জাতিটোৰ ভাঙন আৰু অৱক্ষয় ৰোধ কৰিবৰ জোখাৰে এক মানসিক বাতাবৰণ গঢ়ি তুলিবৰ কাৰণে আমি সকলো প্ৰকাৰৰ ব্যৱস্থা ল'ব নোৱাৰিলে ভৱিষ্যতে আমি অনুতাপ কৰিবলগীয়া হ'ব পাৰে। সমাজ-মানস-ধ্বংসকাৰী সাহিত্য নোহোৱা হৈ গলেও সমাজৰ কোনো ক্ষতি নহয়।

আমাৰ সাহিত্যত গভীৰ পণ্ডিত্যপূৰ্ণ মৌলিক প্ৰবন্ধৰ সংখ্যা যিদৰে তাকৰ, আক্ৰোশহীন, বিমল আনন্দ দান কৰিব পৰা হাস্যৰসৰ সাহিত্যৰ পৰিমাণ বৰ কম। হাঁহি প্ৰাণ-প্ৰাচুৰ্যৰ পৰিচায়ক। অসমীয়া মানুহে হাঁহিব নজনা হৈছে জানো? বেজবৰুৱা, হলীৰাম ডেকা, মহীচন্দ্ৰ বড়া, মিত্ৰদেৱ মহন্ত, কুমুদ বৰুৱা আদিৰ দৰে ৰঙৰ কিলেৰে কিলোৱাৰ ব্যৱস্থা আন লেখকসকলে কিয় কৰিবলৈ আগবাঢ়ি অহা নাই নেজানো। হাস্যৰসক 'গাজা' কৰি আড্ডাৰ মচলা কৰাত লাগি থাকিলে সাহিত্যৰ হাঁহিৰ সঁফুৰাৰ তলি উদং হ'ব। আনক লৈ নেহাঁহিলেও আমাৰ নিজকে লৈ নিজে হাঁহিবলৈকো জানো সমলৰ নাটনি হৈছে? এতিয়াৰপৰা এশমান বছৰৰ পিছত কোনোবাই যদি এশ বছৰৰ আগতে অসমত হাঁহিব নজনা এবিধ মানুহ আছিল বুলি কোনোবা বিশ্ববিদ্যালয়ত থিচিচ দাখিল কৰি ডক্টৰ হয়, তেতিয়া এতিয়াৰ অসমীয়াৰ প্ৰেতাত্মাবোৰে চৰ্চৰণি নেখাবনে? অসমীয়া সাহিত্যত বেদনাৰ ডাৱৰ থাকক, হাঁহিৰ

ব'দালিও থাকক। ব'দ বীজাণুনাশক।

যিটো যুগৰ সাহিত্যই অসমীয়া ভাষাক অতিশয় সমৃদ্ধ কৰিলে, বৈষ্ণৱ যুগৰ সেই সাহিত্য প্ৰধানকৈ অনূদিত সাহিত্য। অনুবাদৰ আশ্ৰয় নোলোৱা হলে সেই যুগৰ অসমীয়া সাধাৰণ মানুহে সংস্কৃতত থকা সাহিত্য সম্পদৰ সম্ভেদেই নেপালেহেঁতেন। স্ত্ৰী-শূদ্ৰনিৰ্বিশেষে সকলোৰে সহজ বোধগম্য কৰি অনুবাদ কৰা এই বৈষ্ণৱ সাহিত্যই যি ধৰ্মীয় আৰু সাংস্কৃতিক বাতাবৰণ গঢ়ি তুলিলে, তাৰ সুফল স্বৰূপে এক নতুন সমাজ, এক নতুন সংস্কৃতি আৰু এক নতুন জাতীয়ত্ব প্ৰতিষ্ঠিত হ'ল। অনূদিত সাহিত্যই মৌলিক ৰচনাৰ কাৰ্যত ব্ৰতী হ'বলৈকো উদ্‌গনি দিলে।

বৰ্ত্তমান অনুবাদৰ যোগেদি সমগ্ৰ পৃথিবীৰ সাহিত্য আৰু ভাৱধাৰাৰ লগত পৰিচিত হোৱাৰ সুযোগ ওলাইছে। আমাৰ ভাষালৈ কিছু কিছু 'গ্ৰন্থৰ অনুবাদ হৈছে; কিন্তু বিশেষ কোনো আঁচনিৰ যোগেদি গ্ৰন্থ নিৰ্বাচন কৰি, নিৰ্ভৰযোগ্য অনুবাদকৰ হতুৱাই অনুবাদ কৰাই প্ৰকাশ কৰাৰ সুব্যৱস্থা এতিয়াও হোৱা নাই। অনুবাদৰ লগতে অনূদিত গ্ৰন্থৰ বিষয়ে, গ্ৰন্থকাৰৰ বিষয়ে, গ্ৰন্থৰ গুণাগুণৰ বিষয়ে, প্ৰভাৱ প্ৰতিক্ৰিয়াৰ বা সাহিত্যিক তাৎপৰ্যৰ বিষয়ে প্ৰয়োজনীয় পৰিচয় লিপি, প্ৰয়োজনীয়তা আদিও সন্নিবিষ্ট কৰিলেহে অনুবাদ কৰাৰ যুক্তি প্ৰতিপন্ন হয়। মৌলিক গ্ৰন্থ ৰচনা কৰাত দক্ষতা নথকা লোকেও, ভাষাৰ ওপৰত ভাল দখল থাকিলে, সুন্দৰ অনুবাদ কৰিব পাৰে। অনুবাদ কাৰ্যই সাহিত্যৰ ভঁৰাল চহকী কৰাৰ লগতে, অনুবাদক, প্ৰকাশকৰো অৰ্থকৰী দিশ টনকিয়াল হোৱাত সহায় কৰিব পাৰে। সংস্কৃত, পালি, প্ৰাকৃত, আৰবী, ফাৰ্চী আদি ভাষাৰপৰা অনুবাদ কৰিবলগীয়া বহু মূল্যবান গ্ৰন্থ আছে। বাইবেল, গ্ৰন্থ-চাহেব আদিৰ পূৰ্ণাংগ অনুবাদ এতিয়াও অসমীয়াত হোৱা নাই। অসম তথা ভাৰতৰ ইতিহাস, সংস্কৃতি, প্ৰাচীন অৰ্থনীতি, সমাজনীতি আদিৰ সম্ভেদ আৰু বিৱৰণ থকা



বহু গ্ৰন্থ অসমীয়ালৈ অনুবাদ কৰাৰ প্ৰয়োজন আছে। মাৰ্ক্স, এঞ্জেলছ, লেনিন আদিৰ প্ৰখ্যাত লিখাবোৰৰ অনুবাদৰো প্ৰয়োজন আছে।

অনুবাদৰ কাৰণে গ্ৰন্থ নিৰ্বাচনত সামাজিক উদ্দেশ্য আৰু প্ৰয়োজনৰ কথা মনত ৰখা দৰকাৰ। অনুবাদ যাতে নিৰ্ভুল আৰু সুখপাঠ্য হয়, তাৰ প্ৰতিও দৃষ্টি ৰখা দৰকাৰ। অনূদিত গ্ৰন্থৰ দাম যাতে বৰ বেছি নহয়, তাৰ প্ৰতিও চকু দিব লাগে, নহলে পঢ়িব জানোতাসকলে অনুবাদ গ্ৰন্থ নিকিনি মূল ভাষাতে পঢ়িবলৈ ইচ্ছা কৰাই স্বাভাৱিক।

অন্য ভাষাৰপৰা অসমীয়ালৈ অনুবাদ কৰাৰ লগে লগে অসমীয়াৰ-পৰা ইংৰাজী, হিন্দী, উৰ্দু, বঙলা, উৰিয়া আদি ভাষালৈ বছা বছা অসমীয়া গ্ৰন্থ বা লিখনী-বিশেষ প্ৰকাশ কৰাৰ ব্যৱস্থা হ'ব লাগে। ৰোমান আখৰেৰে নগালেণ্ড, অৰুণাচল আদিৰ পাঠকৰ কাৰণে নাগামীজত, আদি, নিছি, বড়ো, কছাৰী আদিৰ নিচিনা ভাষাত অসমীয়া নাটক, উপন্যাস, সাধুকথা আদিৰ অনুবাদ আৰু প্ৰকাশৰ ব্যৱস্থা কৰিলে, ভাৱৰ আদান-প্ৰদানত সহায় হ'ব। নগাকোঁৱৰ, জয়মতী, ইয়াৰুইংগম, বিদ্ৰোহী নগাৰ হাতত আদি গ্ৰন্থ নাগামীজত ৰোমান আখৰত ছপাই উলিয়াব পাৰি। তেনেকৈ খাছী, জয়ন্তীয়া আদি লোকৰ বিষয়ে লিখা বা সম্পৰ্কিত অসমীয়া লিখা খাছী ভাষালৈ অনুবাদ কৰি প্ৰকাশ কৰাৰ থল আছে। মণিপুৰী ভাষালৈও অসমীয়াৰপৰা বছা বছা বৈষ্ণৱ যুগৰ সাহিত্য অনুবাদ কৰাৰ থল আছে; আধুনিক লিখাও অনুবাদ কৰা দৰকাৰ।

মাতৃভাষাৰ যোগেদি মহাবিদ্যালয়, বিশ্ববিদ্যালয় আদিত শিক্ষাদানৰ ব্যৱস্থা হোৱাৰ ফলত, অসমীয়া ভাষাত সকলো বিষয়ৰ পাঠ্যপুথি যুগুত কৰি প্ৰচলন কৰা হৈছে। এনে বহুত পাঠ্যপুথিৰ ভাষা আশানুৰূপভাৱে শুদ্ধ, ভাৱ-প্ৰকাশক আৰু সুখপাঠ্য হোৱা নাই

বুলি ছাত্ৰ-শিক্ষক উভয়ৰেপৰা অভিযোগ শুনা যায়। কিছুমান পাঠ্যপুথি ইংৰাজী বা অন্য ভাষাৰপৰা যান্ত্ৰিকভাৱে অনুবাদ কৰাৰ ফলত অৰ্থৰ স্পষ্টতাও নষ্ট হৈছে বুলি জনা যায়। অসমীয়া ভাষাত বিভিন্ন বিষয়ক মৌলিক পাঠ্যপুথি ৰচনা কৰাৰ অৰ্হতা আৰু দক্ষতা থকা অধ্যাপকৰ বা অন্য লেখকৰ অভাৱ নাই। এই পাঠ্যপুথি-বোৰৰ ভাষা যাতে শুদ্ধ আৰু সহজবোধ্য হয়, তাৰ প্ৰতি গ্ৰন্থ প্ৰণেতাসকলে আৰু পাঠ্যপুথি প্ৰস্তুতি কমিটিয়ে আৱশ্যকীয় তৎপৰতা অৱলম্বন কৰিব বুলি আশা কৰিলোঁ।

বিশ্ববিদ্যালয়ৰ শিক্ষা অসমীয়া ভাষাৰ মাধ্যমেৰে লাভ বা দান কৰাৰ ব্যৱস্থা হোৱাৰ ফলত অসমীয়া ভাষাৰ মৰ্যাদাক স্বীকৃতি দিয়া হৈছে ; কিন্তু এই বাবেই ইংৰাজী ভাষাক সম্পূৰ্ণ অৱহেলা কৰাটো দূৰদৰ্শিতাৰ পৰিচায়ক নহয়। আন্তৰ্জাতিক আৰু আন্তঃৰাজ্যিক মাধ্যম হিচাপে ভাৰতীয় মানুহৰ কাৰণে ইংৰাজী ভাষাৰ প্ৰয়োজন এতিয়াও অপৰিহাৰ্য হৈ আছে। বিশ্বসাহিত্যৰ জগতখনত প্ৰৱেশ কৰিবৰ কাৰণেও আমি ইংৰাজী ভাষাৰ দুৱাৰেদিয়েই প্ৰৱেশ কৰাৰ বাহিৰে গত্যন্তৰ নাই। ভাৱপ্ৰৱণতাৰে বা সংৰক্ষণপ্ৰৱণতাৰে বাস্তৱক ঢাকি ৰাখিবৰ চেষ্টা কৰি লাভ নাই।

ইংৰাজী ভাষা শিকাক আৰু শুদ্ধকৈ শিকাক গুৰুত্বসহকাৰে আমি প্ৰয়োজনীয় বুলি ধৰিব লাগে। কেৱল অসমীয়া ভাষাৰ বাহিৰে অন্য ভাষাৰ কাৰণে ঠাই নোহোৱা কৰিব খুজিলে অসমৰ বিভিন্ন স্তৰৰ শিক্ষানুষ্ঠান, বিশেষকৈ কৃষি বিশ্ববিদ্যালয়, মেডিকেল কলেজ, ইঞ্জিনিয়াৰিং কলেজ আদিত অন্য ভাষা-ভাষী দেশী বা বিদেশী ছাত্ৰ-ছাত্ৰীৰ শিক্ষালাভ কৰাটো সম্ভৱ ন'হব। সেইদৰে অসমৰ ছাত্ৰ-ছাত্ৰীৰো অসমৰ বাহিৰৰ শিক্ষানুষ্ঠানত শিক্ষালাভ কৰাটো সহজ সাধ্য নহ'ব।

ইংৰাজী আমি শিকোঁতেই যদি, শুদ্ধকৈ আৰু ভালকৈ শিকা



দৰকাৰ। ইংৰাজী বেয়াকৈ আৰু ভুলকৈ শিকি, সেই ভাষাটোৰ অৱমাননা কৰা আৰু আমাৰ নিজক হাঁহিয়াতৰ পাত্ৰ কৰাটো অশোভনীয় কথা।

ইংৰাজী মাধ্যমৰ শিক্ষানুষ্ঠানত ল'ৰা-ছোৱালী পঢ়াব খোজোঁতা-সকলৰ কাৰণে বাট মুকলি হৈয়ে আছে। আমাৰ সমাজৰ আঢ্য-ৱন্ত লোকসকলে ল'ৰা-ছোৱালীক ইংৰাজী মাধ্যমৰ বিদ্যালয়তহে পঢ়ায়। মাতৃভাষাৰে শিক্ষালাভৰ যি মৌলিক অধিকাৰ, ৰাষ্ট্ৰীয় নীতি হিচাপে স্বীকৃত হৈছে, তাক লংঘন কৰিবলৈ চেষ্টা কৰাটো সমীচীন নহয়। শিক্ষাৰ মাধ্যম, লিপিৰ ব্যৱহাৰ আদি বিষয়ক ৰাজনীতিৰ বৃত্তৰ বাহিৰত ৰখাই সৰ্বতোপ্ৰকাৰে মংগলজনক কথা।

অসমীয়া ভাষা বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম হোৱাৰ ফলত ছাত্ৰ-ছাত্ৰীৰ অসুবিধা হৈছে আৰু তাৰ ফলত পৰীক্ষাত কৃতকাৰ্যতাৰ হাৰ কমিছে বুলি যুক্তি আগবঢ়াই, পুনৰ ইংৰাজীক শিক্ষাৰ মাধ্যম কৰিব লাগে বুলি কোনোৱা কোনোবাই কোৱা বুলি শুনিছোঁ। অতকালে শিক্ষাৰ মাধ্যম ইংৰাজী ভাষা হোৱাৰ কাৰণেহে ছাত্ৰ-ছাত্ৰী অকৃতকাৰ্য হয় বুলি কৈ থকা হৈছিল। এতিয়া অসমীয়া ভাষাক সেই দুৰ্নামেৰে অপৰাধী কৰিবলৈ বিচৰাটো অযুক্তিকৰ কথা।

এই কথা কোৱাৰ প্ৰয়োজন নাই যে অসমত অসমীয়া ভাষাই সৰ্বাধিক গুৰুত্ব পাব লাগিব। নিজ ভাষাৰ পৰিচয়েৰেই আমি নিজৰ পৰিচয় দিওঁ; কিন্তু অসমীয়াৰ বাহিৰে অসমৰ ভিতৰত অন্য যিবোৰ ভাষা আছে, সেইবোৰ ভাষাৰো উন্নতি আৰু বিকাশৰ কাৰণে চৰকাৰ, ৰাইজ, শিক্ষাবিভাগ, বিশ্ববিদ্যালয়, অসম সাহিত্য সভা আদিয়ে সক্ৰিয় ব্যৱস্থা ল'ব লাগে। বড়ো, কাৰ্বি, মিচিং আৰু নেপালী আদি ভাষা-ভাষী বহু লোক অসমত আছে আৰু এই ভাষাবোৰো জীৱন্ত ভাষা। কাছাৰ জিলাত বাদেও অসমৰ

অন্যান্য-অঞ্চলতো বঙলাভাষী লোক বহুত আছে। অসমীয়া ভাষা অসমীয়া মানুহৰ কাৰণে যিমান আদৰৰ, সেই ভাষাবোৰো সেই সেই ভাষা-ভাষী মানুহৰ কাৰণে সিমানে আদৰৰ।

কোনো এটা ভাষা বা সাহিত্যৰ বিকাশ আৰু সমৃদ্ধিয়ে অন্য ভাষা আৰু সাহিত্যৰ বিকাশ আৰু সমৃদ্ধিত সহযোগিতা আগ-বঢ়াব লাগে, প্ৰেৰণা যোগাব লাগে, কোনো প্ৰকাৰৰ বাধাৰ সৃষ্টি কৰিব নালাগে। সাহিত্যৰ মাজত সুপ্ৰতিষ্ঠিত নহ'লে কোনো ভাষা শক্তিশালী হ'ব নোৱাৰে। অসমৰ জন-জাতীয় আৰু অন্যান্য ভাষাবোৰে নিজস্ব উৎকৃষ্ট সাহিত্য সৃষ্টিৰ যোগেদি সমৃদ্ধিৰ চিনাকি দিবলৈ আগবাঢ়ি অহাৰ পথত কোনোৱে বাধাৰ সৃষ্টি কৰিব নোৱাৰে। ভৌগোলিকভাৱে সৰু আমাৰ অসম ৰাজ্যখনত যদি চাৰি-পাঁচটা পূৰ্ণবিকশিত আৰু সমৃদ্ধ সাহিত্য থাকে, তাত অসম-বাসী গৌৰৱান্বিত নহৈ নোৱাৰে। কোনো ভাষাকে যাতে কোনো ৰাজনৈতিক উদ্দেশ্য সাধনৰ মূলধন বা অস্ত্ৰৰূপে ব্যৱহাৰ কৰা নহয় তাৰ প্ৰতি সজাগ দৃষ্টি ৰখা দৰকাৰ। সামাজিক ন্যায় আৰু সমাজবাদ যিখন দেশৰ ৰাষ্ট্ৰীয় আদৰ্শ, সেইখন দেশত সকলো প্ৰকাৰৰ শোষণ, দমন আৰু বিবাদৰ বীজাণু নিৰ্মূল কৰিব লাগিব। কোনো ভাষাই অন্য কোনো ভাষাতকৈ ডাঙৰ বা সৰু নহয়, বেছি উন্নত বা কম উন্নতহে হ'ব পাৰে। কম উন্নত ভাষাক উন্নতি কৰিবলৈ সহায়-সহযোগ আগবঢ়োৱাটো অধিক উন্নত ভাষাৰ কৰ্তব্য। বড়ো, কাৰ্বি, আদিৰ নিচিনা হাজাৰ হাজাৰ বছৰ পুৰণি অসমৰ ভাষাক অসমীয়াভাষী বা অন্যভাষী লোকে সন্মান জনাব নজনাতকৈ দুৰ্ভাগ্যজনক কথা আৰু একো হ'ব নোৱাৰে। বড়ো, কাৰ্বি, আদি ভাষা-ভাষীলোকেও বৃহত্তৰ অসমীয়া সমাজখনৰ ভাষা অসমীয়াক নিজৰ ভাষা বুলি ল'ব নুখুজিলে সি অধিক দুৰ্ভাগ্য-জনক কথা হ'ব। ভাষাৰ ৰাজনীতি কৰি শান্ত পৰিৱেশক বিবাদ-বিসম্বাদেৰে অশান্ত কৰি তোলাতকৈ, নিজৰ নিজৰ মতে নিজৰ



নিজৰ সাহিত্যক সমৃদ্ধ আৰু উন্নত কৰিবলৈ যত্ন কৰাটোহে ভাষা-সাহিত্যপ্ৰেমী আৰু দেশপ্ৰেমিক লোকৰ কৰ্তব্য।

বৰ্তমানত হিন্দী ভাষা শিকাৰ অপৰিহাৰ্যতা সম্পৰ্কে নতুনকৈ ক'বলগীয়া নাই। হিন্দী আৰু অসমীয়া ভাষা ভালকৈ শিকিবৰ কাৰণে সংস্কৃত ভাষাৰ জ্ঞানো অতি প্ৰয়োজনীয়। আৰবী আৰু ফাৰ্চী সাহিত্য অধ্যয়নৰ কাৰণে আৰু ইৰাণ আৰু আৰবীভাষী মধ্য-প্ৰাচ্যৰ দেশবোৰৰ লগত ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক সম্পৰ্ক দৃঢ়তৰ কৰিবৰ কাৰণে আৰবী আৰু ফাৰ্চী ভাষা শিক্ষা কৰাৰ প্ৰয়োজনো বৃদ্ধি পাইছে। হিন্দীৰ লগতে উৰ্দু ভাষা শিকাও দৰকাৰ, কিয়নো উৰ্দু এটা অতি উন্নত ভাৰতীয় ভাষা আৰু উৰ্দু সাহিত্যও অতি সমৃদ্ধ সাহিত্য। উত্তৰ ভাৰতৰ এক বিশাল অঞ্চলৰ ভাষা উৰ্দু। সংস্কৃত, আৰবী, ফাৰ্চী আৰু উৰ্দু ভাষাৰ শিক্ষাদানৰ কাৰণে শিক্ষাবিভাগে প্ৰাথমিকৰপৰা বিশ্ববিদ্যালয় স্তৰ পৰ্যন্ত কাৰ্যকৰী ব্যৱস্থা ল'ব লাগে। প্ৰাথমিক, মাধ্যমিক বা মহাবিদ্যালয়ৰ স্তৰত এইবোৰৰ শিক্ষাদানৰ ব্যৱস্থা তেনেই সীমাবদ্ধ কৰি ৰাখি, বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ পাঠ্যৰূপে প্ৰৱৰ্তন কৰাৰ সাৰ্থকতা কিমানখিনি চিন্তা কৰি চাব-লগীয়া কথা।

ভাষাৰ বিকাশ সমাজৰ বিকাশৰ ওপৰত নিৰ্ভৰশীল। সমাজৰ সংৰক্ষণশীলতা আৰু গোড়ামীয়ে ভাষাৰ উন্নতি আৰু বিকাশত বাধা জন্মায়। আনহাতে সমাজৰ বিশৃংখলা আৰু অস্থিৰতাই ভাষা-সাহিত্যৰ ৰূপো অস্থিৰ আৰু বিজতুৱা কৰি তোলে। এক শক্তিশালী, প্ৰগতিশীল, সুসমন্বিত সমাজ-গাঁথনিয়েহে ভাষা-সাহিত্যক শক্তিশালী আৰু সুসংহতভাৱে গঢ়ি উঠাত সহায় কৰে।

অসমত হিন্দু, মুছলমান, খ্ৰীষ্টান, জৈন, শিখ আৰু বৌদ্ধ ধৰ্মাৱলম্বী মানুহ আছে। বিভিন্ন ধৰ্মাৱলম্বী এই লোকসকলৰ মাজত আপাত-

দৃষ্টিত কোনো সাম্প্ৰদায়িক বিভেদ নাই ; ধৰ্মীয় পাৰ্থক্যহে আছে। তথাপি একে ধৰ্মাৱলম্বী দুদল লোকৰ মাজতো বহু সময়ত সামাজিক একতা আৰু সমন্বয় আশানুপৰূপভাৱে গঢ়ি উঠা নাই। চাহ বনুৱাসকল আজি অসমীয়া ; অসমৰ বাহিৰে তেওঁলোকৰ আৰু ক'তো অন্য মাতৃভূমি নাই। অসমৰ ৰাজনীতিয়েই তেওঁলোকৰ ৰাজনীতি, অসমৰ অৰ্থনীতিয়েই তেওঁলোকৰ অৰ্থনীতি। তথাপি হিন্দু চাহ বনুৱাসকলক অসমীয়া সমাজত সম্পূৰ্ণভাৱে আন হিন্দু-সকলে সামৰি লোৱা নাই। মুছলমান চাহ বনুৱাসকলো অসমীয়া মুছলমান সমাজৰ লগত সম্পূৰ্ণ জাহ যোৱা নাই। খ্ৰীষ্টান চাহ বনুৱাসকলৰ সমাজখনো আচুতীয়া হৈয়ে আছে।

একেদৰেই, অসমৰ পুৰণি মুছলমান আৰু প্ৰধানকৈ পূৰ্ববংগৰপৰা পিছত অহা মুছলমানসকলৰ মাজত যদিও শিক্ষা-দীক্ষা সাধাৰণ আচাৰ-বিচাৰৰ ক্ষেত্ৰত আৰু ধৰ্মীয় আচাৰ-বিধিত বিশেষ কোনো পাৰ্থক্য নাই, তথাপি উভয় দলৰ মাজত ঘনিষ্ঠ সামাজিক সম্বন্ধ গঢ়ি উঠা নাই। অসমৰ খ্ৰীষ্টানসকলৰ কথাও বহুতে মনত ৰাখিবলৈ পাহৰি যোৱা যেন লাগে। খ্ৰীষ্টধৰ্মটোকো কোনো কোনোৱে ভাৰতত প্ৰচলিত অন্যান্য ধৰ্মৰ নিচিনাই ভাৰতৰ ভিতৰতে চলি থকা এটা ধৰ্ম বুলি ধৰিবলৈ টান পায়।

অসমীয়া ভাষা আৰু সাহিত্যই আজি যিমানেই উন্নতি নকৰক, যিমানেই ৰূপ নসলাওক কিয়, ডেৰশ বছৰৰ আগেয়ে অসমলৈ আহি, অসমীয়া ভাষাৰ অস্তিত্ব আৰু স্বতন্ত্ৰতাৰ কাৰণে অক্লান্তভাৱে যুঁজি, অসমীয়া ভাষাক চৰকাৰী স্বীকৃতি আৰু মান্যতা দিয়াই, বৰ্তমানৰ ব্যৱহৃত অসমীয়া লিপিমালা প্ৰৱৰ্তন কৰি, প্ৰথম অসমীয়া শব্দকোষ, ব্যাকৰণ, পঢ়াশলীয়া পাঠ্যপুথি, গণনাপুথি, প্ৰথম অনূদিত উপন্যাস উলিয়াই, প্ৰথম নতুন পদ্য আৰু কথিত গদ্য লিখাৰ ৰীতি প্ৰৱৰ্তন কৰিয়ে ক্ষান্ত নাথাকি সাহিত্য-বাৰ্তালোচনী অৰুণোদয়ৰ যোগেদি প্ৰথম ছপা মাহেকীয়া



পত্ৰিকা উলিয়াই অসমীয়া সংবাদ-সাহিত্য আৰু সাংবাদিকতাৰ যুগ প্ৰতিষ্ঠা কৰি, ছপাশাল পাতি, অসমীয়া ভাষা আৰু সাহিত্যৰ আধুনিক যুগৰ আৰম্ভনী কৰোঁতা সেই প্ৰথম আধুনিক অসমীয়া খ্ৰীষ্টান মিছনেৰীসকলৰ প্ৰতি অসমীয়াই কৃতজ্ঞতাৰ ঋণ পৰিশোধ কৰি শেষ কৰিব নোৱাৰে। ব্ৰাউন, ব্ৰন্সন, কাট্টাৰ, মিচেছ কাট্টাৰ, গাৰ্নি আদিয়েই আছিল ভাষা-সাহিত্যৰ নতুন যুগস্ৰষ্টা অসমীয়া লেখক। তেওঁলোক য'ৰে নহওক, তেওঁলোকৰ নিজস্ব ভাষা-ধৰ্ম যিয়েই নহওক, তেওঁলোক আছিল, আনন্দৰাম ঢেকীয়াল ফুকনৰ নিচিনাই সেই সময়ৰ সকলো অসমীয়াতকৈ বেছি অগ্ৰণী অসমীয়া। নতুন ধৰণে চিন্তা কৰাৰ, নতুন ধৰণে লিখাৰ বাট তেওঁলোকেই মুকলি কৰি দিছিল। তেওঁলোকক অনুসৰণ কৰি নিধি ফাৰৱেলে নতুন পদ্য লিখাত ধৰিছিল। যুগ প্ৰৱৰ্তক মহা-পুৰুষ শংকৰদেৱে নৱবৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ কাৰণে অসমীয়া সাহিত্যৰ আশ্ৰয় লোৱাৰ নিচিনাকৈ, এই লেখকসকলেও খ্ৰীষ্ট ধৰ্ম প্ৰচাৰ কৰিবলৈ নতুন অসমীয়া ভাষাকে অৱলম্বন কৰি লৈছিল, যিদৰে অসমত ইছলাম ধৰ্মৰ নতুন দীক্ষা দিবৰ কাৰণে আজান চাহেবেও অসমীয়া ভাষাত জিকিৰ ৰচনা কৰিছিল।

অসম বুৰঞ্জী লেখক ৱে'ড, এড্‌ৱাৰ্ড গেইট, জে, পি, মিল্‌ছ আদি আৰু পূৰ্ব ভাৰতৰ নৃতাত্ত্বিক আৰু সমাজতাত্ত্বিক গৱেষণাকাৰী লেখক শ্বেক্সপীয়েৰ, হেমিল্টন, হাটন আদিয়ে ইংৰাজীতে লিখিলেও, তাৰ যোগেদিয়ে অসম তথা পূৰ্ব ভাৰতক পৃথিবীৰ সন্মুখত দাঙি ধৰিছিল। এইসকল অসমীয়াও আমাৰ নমস্য ব্যক্তি। গ্ৰীয়াৰ্ছনে ভাৰতৰ অন্য ভাষাৰ লগতে অসমীয়া ভাষাৰো বৈজ্ঞানিক মূল্যা-য়নেৰে প্ৰাপ্য স্থান নিৰ্ণয় কৰি গ'ল।

তেওঁলোক দূৰদূৰণিৰপৰা আহিছিল। অসমৰ নহৈও এওঁলোক অসমীয়া। তেওঁলোক খ্ৰীষ্টান আছিল। তেওঁলোক সংখ্যাত তাকৰ আছিল।

অসমত নতুন আছিল; কিন্তু তেওঁলোকৰ প্ৰতিজনেই স্মৰণীয় আৰু বৰণীয় অৱদানেৰে অসমীয়া ভাষা-সাহিত্যৰ ভেঁটি বান্ধি থৈ গৈছে। সেইসকলৰ শ্ৰম, ত্যাগ আৰু সংগ্ৰামৰ কথা অসমীয়া ভাষা-সাহিত্যই কাহানিও পাহৰিব নোৱাৰে। এইসকলৰ আৱক্ষ মূৰ্তি প্ৰতিষ্ঠা কৰি, জন্মোৎসৱ, মৃত্যুদিৱস পালন কৰি জাতীয় সন্মান জনোৱাৰ সময় এতিয়াও উকলি যোৱা নাই। অসমৰ খ্ৰীষ্টান সমাজ আমাৰ সাহিত্য-সংস্কৃতিৰ জগতলৈ বৰঙণি যোগাবলৈ আজিও কিয় আগবদৰে তৎপৰ হোৱা নাই, সি চিন্তাৰ বিষয়।

পূৰ্বগামী এই খ্ৰীষ্টান অসমীয়াসকলৰ আৰ্হি-আদৰ্শ লৈ বৰ্তমানৰ অসমীয়া খ্ৰীষ্টানসকলে ভাষা-সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰলৈ যুগোপযোগী অৱিহণা যোগাই, অসমৰ জাতীয় জীৱনৰ মূল সোঁতটোক সমৃদ্ধ কৰিবলৈ আগবাঢ়ি আহক, আমি সেই আহ্বান জনাইছোঁ।

ইংৰাজী ভাষাভাষী আৰু ৰোমান লিপিৰে লিখামেলা কৰাত অভ্যস্ত মিছনেৰীসকলে অসমত নতুন অসমীয়া ভাষা প্ৰৱৰ্তন কৰিবলৈ লোৱাৰ সময়ত, অসমীয়া ভাষা লিখিবৰ কাৰণেও ৰোমান লিপি ব্যৱহাৰ কৰিব পাৰিলেহেঁতেন। তেনে কৰাৰ তিনিটা সুবিধা আছিল—(১) ৰোমান লিপি তেওঁলোকৰ নিজস্ব লিপি, এই লিপি নতুনকৈ শিকাৰ প্ৰয়োজন নাছিল। (২) ইংৰাজসকল অসমৰ শাসনৰ অধিকাৰত থকা কাৰণে ৰোমান লিপি প্ৰচলন কৰাত বাধা পোৱাৰ সম্ভাৱনা কম আছিল (৩) সেই সময়ত বঙলা ভাষাৰ বিৰুদ্ধে গঢ়ি উঠা মনোভাৱক আশ্ৰয় কৰি বঙলা লিপিৰ ( ছপাৰ কাৰণে ব্যৱহৃত লিপিৰ ) বিৰুদ্ধে বিদ্বেষৰ ভাৱ জগাই তুলি, ৰোমান লিপি প্ৰচলনৰ সপক্ষে মত গঢ়ি তোলাৰ সুচল আছিল।

কিন্তু খ্ৰীষ্টান মিছনেৰীসকলে এইবোৰ একো নকৰিলে। নিজৰ ৰোমান লিপি জাপি দিবৰ চেষ্টা নকৰি বঙলা বা অসমীয়া লিপিকে শিকি লৈ অসমীয়া ভাষাৰ কাৰণে তাকে ব্যৱহাৰ আৰু প্ৰৱৰ্তন



কৰিলে। সেয়ে আজিও চলি আছে। কথাটো তাৎপৰ্যপূৰ্ণ।

অসমৰ কোনো জনজাতীয় ভাষা লিখিবৰ কাৰণে অসমীয়া লিপিৰ পৰিবৰ্তে ৰোমান লিপি ব্যৱহাৰৰ কাৰণে যিসকলে চিন্তা কৰে, সেইসকলে এই বিদেশী খ্ৰীষ্টান মিছনেৰীসকলৰ দূৰদৰ্শিতা, বাস্তৱবোধ আৰু উদাৰতাৰ কথা মনত ৰাখিলে নিৰ্ভুল পথৰ সন্ধান পাব। একে লিপিৰেই লিখিলেও অসমীয়া আৰু বঙলা দুটা সুকীয়া ভাষা, তথা সুকীয়া সাহিত্য হৈ থকাত বাধা পৰা নাই। অসমীয়া লিপিয়ে অসমৰ ভিতৰৰে এটা জনজাতীয় ভাষাৰ বিকাশ আৰু উন্নতিৰ পথত অন্তৰায়ৰ সৃষ্টি নকৰে।

মেঘালয় বিধান সভাৰ সদস্য সুসাহিত্যিক, জননেতা শ্ৰীমণি ৰাভাৰ এটা সময়োপযোগী উক্তিৰ উল্লেখ নকৰি নোৱাৰিলো ঃ

......"আমাৰ অসমত বাসকৰা প্ৰায়বোৰ জনজাতিসকলৰ মাজত ভাৱৰ আদান-প্ৰদান ঘটি আছে—অসমীয়া ভাষাৰ মাধ্যমেৰে, এনেকি মেঘালয়, মিজোৰাম, নগালেণ্ড, মণিপুৰ আৰু অৰুণাচলৰ বিভিন্ন জনজাতিসকলৰ লগত যোগাযোগ আৰু সেইসকল জনজাতিৰ মাজত ভাৱৰ আদান-প্ৰদানো হৈ আছে অসমীয়া ভাষাৰ মাধ্যমতে। জনজাতিসকলে অসমীয়া ভাষাত কথা ক'বলৈ যিমান সহজ পায় অন্য ভাষাত নেপায়। পৰ্বত-ভৈয়ামৰ এনাজৰী হৈছে অসমীয়া ভাষা। অসমীয়া ভাষা আৰু বৰ্ণমালাৰ লগত আমাৰ যিমান পৰিচয় ঘটিছে, অন্য ভাষা বা বৰ্ণমালাৰ লগত সেই পৰিচয় খুব কম বুলিব পাৰি। গতিকে অসমীয়া বৰ্ণমালাৰ যোগেদি আমাৰ জনজাতীয় ভাষাৰ বিকাশ আৰু প্ৰচাৰ কিদৰে সাধন কৰিব পাৰি, সেই বিষয়ে পুনৰ বিচাৰ কৰাৰ সময় আহিছে। আমি আনৰ-দ্বাৰা প্ৰৰোচিত নহৈ বাস্তৱ দৃষ্টিভংগী আৰু প্ৰকৃত অভিজ্ঞতাৰে ভাষা সমস্যা সমাধান কৰিবলৈ চেষ্টা কৰা অতি উত্তম পন্থা হ'ব, নহলে আমাৰ জনজাতীয় ভাষা-সংস্কৃতিৰ বিকাশ সাধন আৰু শিক্ষা

সমস্যা সমাধান কৰা সম্ভৱ নহ'ব।" ('অসমৰ জনজাতি' ২য় বৰ্ষৰ ২য় সংখ্যা, ১৯৭৬ চনত প্ৰকাশিত শ্ৰীৰাভাৰ 'জনজাতিসকলৰ শিক্ষা সমস্যা' নামৰ প্ৰবন্ধ)।

জনজাতীয় কোনো ভাষাত ব্যৱহৃত হোৱা কোনো ধ্বনি সঠিকভাৱে প্ৰকাশ কৰিবলৈ অসমীয়া বৰ্ণমালাত আৱশ্যকীয় আখৰৰ অভাৱ হলে, নতুন আখৰ উলিয়াই ব্যৱহাৰ কৰিব পৰা যায়। ইতিমধ্যে অসমৰ জনজাতি নামৰ আলোচনীখনে অসমীয়াৰ উপৰি বড়ো, ৰাভা, তিৱা, ডিমাচা, দেউৰী, কাৰ্বি আৰু মিচিং ভাষাৰ প্ৰবন্ধাদি অসমীয়া লিপিৰে প্ৰকাশ কৰি প্ৰশংসনীয় কাম কৰিছে।

চাহ বাগানৰ বনুৱা অসমীয়াসকল, পূৰ্ববংগৰপৰা অহা (মুছলমান) অসমীয়াসকল, অসমৰ খ্ৰীষ্টান, বৌদ্ধ, জৈন আৰু শিখ অসমীয়াসকল বৃহত্তৰ অসমীয়া সাহিত্য-সংস্কৃতিৰ, মূল ধাৰাটোৰপৰা আঁতৰি, সুকীয়া সুকীয়া দ্বীপত থকাদি থাকিলে অসমৰ সাহিত্য-সংস্কৃতি আৰু জাতীয়ত্ব নিশকতীয়া হৈয়ে থাকিব। ন-অসমীয়া, পুৰণি-অসমীয়া আদি বিভেদ সৃষ্টিকাৰী আখ্যাবোৰ আজি নতুন পৰিস্থিতিত সম্পূৰ্ণ অৰ্থহীন হৈ পৰিছে। অসমীয়া সমাজ এখনেই।

চাহ-বনুৱাসকল আৰু পূৰ্ববংগৰপৰা অহা অসমীয়াসকল সকলো কৃষি-প্ৰাণ কৃষক। তেওঁলোক সদৌ অসমৰ জনসংখ্যাৰ আধাতকৈও বেছি। এই কৃষকসকলক শিক্ষিত অসমীয়া কৰি তুলিব নোৱাৰা পৰ্যন্ত, অসমৰ সাহিত্য-সংস্কৃতিয়ে পূৰ্ণপৰিয়োভৱেৰে আত্মপ্ৰকাশ কৰিব নোৱাৰে। এই লোকসকল অসমীয়া ভাষাভাষী হৈ পৰাতে সমস্যাৰ ওৰ নপৰে। সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰতো তেওঁ-লোকক বৃহত্তৰ অসমীয়া সমাজৰ অবিভাজ্য অংগ কৰি তুলিবৰ উপযোগী এক উদাৰ মানসিক পৰিৱেশ গঢ়ি তোলাৰ প্ৰয়োজন আছে।

আমাৰ বড়ো, মিচিং, কাৰ্বি, ৰাভা, কছাৰী, লালুং, নেপালী, সোণোৱাল, চাহবাগিচাত কাম কৰা বিভিন্ন গোষ্ঠী আৰু সম্প্ৰদায়ৰ



মানুহ; বংগ, পূব বংগ, বিহাৰ, ৰাজস্থান, উৰিষ্যা আদিৰপৰা আহি অসমীয়া হৈ পৰা লোকসকল—এই সকলোৰে জীৱনৰ সঁচাসঁচি ছবি আমাৰ সাহিত্যই সামৰি ল'ব নোৱাৰিলে, আমাৰ সৃজনীশীল লিখনীক আমাৰ পূৰ্ণাংগ প্ৰতিনিধিস্থানীয় সাহিত্য বুলি আমি ক'ব নোৱাৰিম।

সদৌ অসমবাসী ৰাইজৰ মাজৰ সামাজিক ব্যৱধানবোৰ ঠেকাই আনি, এক শক্তিশালী সমন্বয় গঢ়ি তুলিব পাৰিলেহে অসমীয়া সাহিত্য বিচিত্ৰ বৈশিষ্ট্যৰে সমৃদ্ধ হৈ উঠিব পাৰিব।

অসমৰ ভাষা, সাহিত্য, সংস্কৃতি আৰু জাতীয়তাৰ স্বাৰ্থই অসম সাহিত্য সভাৰো স্বাৰ্থ। কিছুমান কাৰণত ভাষা, সাহিত্যবিষয়ক নীতি সম্পৰ্কত চৰকাৰ আৰু সাহিত্য সভাৰ দৃষ্টিভংগী আৰু কাৰ্য-ব্যৱস্থাৰ মাজত পাৰ্থক্য থকাটো অস্বাভাৱিক নহয়। কেতিয়াবা অসমৰ জাতীয়ত্ব আৰু ভাষা-সংস্কৃতিৰ অস্তিত্ব আৰু সন্মানৰক্ষাৰ প্ৰয়োজনত, সাহিত্য সভাৰ আহ্বান আৰু নেতৃত্বত ৰাইজে সংগ্ৰামৰ পথো ল'বলগীয়া হৈছে। তেনে অৱস্থাৰ সুযোগ লৈ এক শ্ৰেণীৰ দুৰ্নীতিপৰায়ণ আৰু সুবিধাবাদী লোকে অবাঞ্ছনীয় পৰিস্থিতিৰো সৃষ্টি নকৰি থকা নাই; কিন্তু সাহিত্য সভাৰ নেতৃত্বই চৰকাৰৰ লগত মতৰ এনে অমিলক চৰকাৰবিৰোধী ৰাজনীতিৰ ৰূপ ল'বলৈ দিয়া নাই। মতৰ অমিল থকা সত্বেও সাহিত্য সভাৰ বিভিন্ন আঁচনি সফল কৰিবৰ কাৰণে অসম চৰকাৰে উদাৰভাৱে দান-অনুদান আগ বঢ়োৱাত কাৰ্পণ্য কৰা নাই।

চৰকাৰ ৰাজহুৱা ধনৰ গৰাকী। সাহিত্য সভাৰ বিভিন্ন আঁচনি কাৰ্যকৰী কৰিবৰ কাৰণে অৰ্থসাহায্য দি ৰাইজৰ ধনেৰে ভাষা-শক্তি-সমৃদ্ধি বৃদ্ধি কৰাটো গণতান্ত্ৰিক চৰকাৰৰ এটা দায়িত্ব। সাহিত্য সভায়ো চৰকাৰৰ ভাষা-সাহিত্যসম্পৰ্কীয় কোনো আঁচনি থাকিলে, তাৰ ৰূপায়ণৰ দায়িত্ব ল'বলৈ পাছ নোহোঁহকে।

অসম সাহিত্য সভাৰ কাৰ্যক্ষেত্ৰৰ এটা সীমা আছে। বজাৰত কাগজ পাবলৈ নোহোৱা হ'লে বা কাগজৰ দাম অতিপাত বৃদ্ধি পালে সাহিত্য সভাই তাৰ বিৰুদ্ধে মাত মাতিব পাৰে ; আৱশ্যকীয় ব্যৱস্থা ল'ব পাৰে চৰকাৰেহে। গ্ৰন্থকাৰৰ ন্যায্য স্বাৰ্থৰক্ষাৰ কাৰণে লেখকে বা সভাই দাবী জনাব পাৰে; সেই বিষয়ক ব্যৱস্থা ল'ব পাৰে চৰকাৰেহে। অশ্লীল কিতাপৰ প্ৰকাশ-প্ৰচলনৰ বিৰুদ্ধে ৰাইজৰ হৈ সাহিত্য সভাই শক্তিশালী ধ্বনি তুলিব পাৰে ; সেই সম্পৰ্কীয় শাসকীয় নীতি নিৰ্ধাৰণ কৰিব পাৰে চৰকাৰেহে। ৰাজ্যিক চৰকাৰী ভাষা সকলো চৰকাৰী-বেচৰকাৰী কাৰ্যালয়ত প্ৰচলন নকৰাৰ বিৰুদ্ধে সাহিত্য সভাই অভিযোগ উত্থাপন কৰিব পাৰে, সেই অভিযোগ খণ্ডন কৰিব পাৰে চৰকাৰেহে।

সাহিত্য সভাৰ পুঁজি সীমিত। ডাঙৰ পৰিকল্পনা কাৰ্যকৰী কৰিব পৰাৰ জোখেৰে সাহিত্য সভাৰ পুঁজিৰ নাটনি হ'ব পাৰে। এনে আঁচনি সফল কৰিবৰ কাৰণে সভা ৰাইজ আৰু চৰকাৰৰ ওচৰ চাপিবলগীয়া হয়। ১৯৬০ চনতে আধাৰশিলা স্থাপন কৰা ৰাধাকান্ত সন্দিকৈ ভৱন আৱশ্যকীয় পুঁজিৰ অভাৱত আজিও নিৰ্মাণ কৰিব পৰা হোৱা নাই। ইয়াৰ কাৰণে সভাই ৰাইজ আৰু চৰকাৰৰ কাষ নেচাপি নোৱাৰে। এই বিষয়ত ৰাইজ আৰু চৰকাৰৰ উদাৰতাৰ অভাৱ নহ'ব বুলি আমাৰ সম্পূৰ্ণ বিশ্বাস আছে।

আনহাতে ভাষা-সাহিত্য-সংস্কৃতিসম্পৰ্কীয় কোনো বৃহৎ আঁচনি চৰকাৰে হাতত ল'লে, তাক কাৰ্যকৰী কৰিবৰ কাৰণে চৰকাৰে সাহিত্য সভাক দায়িত্ব দিলে, সভাই দায়িত্ব নোলোৱাৰ কাৰণ নাই।

নিজৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ যি দায়িত্ব আছে, চৰকাৰৰো নিজা ক্ষেত্ৰত তেনে দায়িত্ব আছে। অসম চৰকাৰে সত্বহতে স্কুল নোহোৱা গাঁও পিয়ল কৰাইছে। এই গাঁওবোৰত শিক্ষানুষ্ঠান প্ৰতিষ্ঠা হ'লে নিৰক্ষৰতা বহুদূৰ আঁতৰ কৰিব পৰা যাব। অসমৰ



বিভিন্ন ঠাইত থকা সভাৰ শাখাবোৰে চৰকাৰৰ এনে ব্যাপক আঁচনিত দিহা-পৰামৰ্শ দি কাৰ্যকৰী সহযোগিতা আগবঢ়াব পাৰে। লেখক-সাহিত্যিকসকলেও এনে অভিযানত ভাগ ল'বলৈ আগবাঢ়ি নহাৰ কাৰণ নাই। সাহিত্যৰ উন্নতি আৰু বিকাশৰ লগত শিক্ষা বিস্তাৰৰ অপৰিহাৰ্য সম্পৰ্ক আছে।

অসমৰ ১৬ লাখ জনজাতীয় লোকৰ মাজত, প্ৰায় কুৰি লাখ চাহ বাগানৰ বনুৱাৰ মাজত আৰু প্ৰায় ২৫ লাখ পূব বংগৰপৰা পিছত অহা মুছলমান কৃষকৰ মাজত শিক্ষা বিস্তাৰৰ কাম সুপৰিকল্পিতভাৱে কৰিবলৈ আগবাঢ়ি অহাটো অসম সাহিত্য সভাৰ এটা নৈতিক দায়িত্ব। লাখ লাখ নিৰক্ষৰ আৰু অশিক্ষিত মানুহক তেনেকৈয়ে ৰাখি, সাহিত্যই বিস্তাৰ লাভ কৰিব নোৱাৰে।

ভাষা-সাহিত্য-সংস্কৃতিৰ বৃহত্তৰ স্বাৰ্থত, নিজস্ব স্বতন্ত্ৰতা, আদৰ্শ আৰু কাৰ্য-প্ৰণালী অক্ষুণ্ণ ৰাখি অসম সাহিত্য সভাই চৰকাৰৰ লগত পাৰস্পৰিক সহযোগিতাৰ ভিত্তিত এক ফলপ্ৰসূ, মধুৰ সম্পৰ্ক ৰক্ষা কৰি চলিব পাৰে।

এটা কথা আজি স্পষ্ট হৈ উঠিছে যে অসমত সাহিত্য চৰ্চা বৰ্তমানত বিশ্ববিদ্যালয়, মহাবিদ্যালয় বা তেনে জাতীয় উচ্চ স্তৰৰ শিক্ষানুষ্ঠান আদিৰ শিক্ষক-শিক্ষয়িত্ৰী, সাংবাদিক নাইবা উচ্চ চাকৰীয়াল আদিৰ একচেটিয়া সম্পত্তি হোৱাদি হৈ পৰিছে। সাধাৰণ শিক্ষা-দীক্ষাৰ প্ৰতিভাসম্পন্ন লোক ক্ৰমে নোহোৱা হৈ আহিছে। সামাজিকভাৱে, শিক্ষাগতভাৱে, আমাৰ যি ওপৰ শ্ৰেণীৰ বা ইন্টেলেক্চুৱেল শ্ৰেণীৰ সৃষ্টি হৈছে, তেওঁলোকেই সাহিত্য-সংস্কৃতিত লাগি আছে বা তাৰ নেতৃত্ব দিছে। এইটো ভাল কথা হৈছেনে বেয়া কথা হৈছে নেজানো, আৰু এনে হোৱাটোৰেই স্বাভাৱিকনেকি ক'ব নোৱাৰোঁ।

কিন্তু আমাৰ সাহিত্য-কৰ্মত লাগি থকা লোকৰ সংখ্যা ইমান

তাকৰ যে ডেৰ কোটি মানুহৰ কাৰণে লিখিবলৈ ডেৰ শ লেখকো আমাৰ নাই। সাহিত্য সৃষ্টিৰ প্ৰতি অনুৰক্ত ইন্‌টেলেক্‌চুৱেলৰ সংখ্যা আৰু তাকৰ। আমাৰ প্ৰতিশ্ৰুতিসম্পন্ন সাধাৰণ শিক্ষা-দীক্ষাৰ লোকসকলক সাহিত্য ৰচনাৰ প্ৰতি আকৰ্ষণ কৰিবৰ কাৰণে এটা বাতাবৰণ সৃষ্টি কৰাৰ আৰু সেইসকলৰ লিখনী প্ৰকাশ প্ৰচাৰ যোগে উদ্‌গনি দিয়াৰ ব্যৱস্থা কৰা দৰকাৰ। সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত জনসাধাৰণে অংশ গ্ৰহণ কৰিব নোৱাৰাৰ কাৰণ নাই।

ৰাজনৈতিক শক্তি বিকেন্দ্ৰীকৰণৰ উদ্দেশ্যে অসমত ৬০০ খনৰো অধিক গাঁও পঞ্চায়ত গঠন কৰা হৈছে। প্ৰতিখন গাঁও পঞ্চায়তত চৰকাৰে একোটা পূৰ্ণাংগ পুথিভঁৰাল প্ৰতিষ্ঠা কৰাৰ আঁচনি লৈছে বুলিও শুনিছোঁ। সেইদৰে প্ৰতিখন গাঁওসভাৰ অন্তৰ্গত যদি অসম সাহিত্য সভাৰ একোখনকৈও শাখা গঠন হয়, তেন্তে সাহিত্য সভাৰ কাৰ্যক্ৰমো বিকেন্দ্ৰীকৃত হ'ব আৰু গাঁওবোৰত এক সাংস্কৃতিক পৰিৱেশ গঢ়ি উঠিব। বৰ্তমান সভাৰ সৰহভাগ শাখা নগৰ-চহৰৰ মাজতে সীমিত আছে। পঞ্চায়তৰ অন্তৰ্গত প্ৰস্তাৱিত চৰকাৰী পুথিভঁৰালবোৰৰ সদ্ব্যৱহাৰ শাখা সাহিত্য সভাবোৰে কৰাৰ সুযোগ পাব।

অতদিনে স্বপ্ৰণোদিত হৈ সাহিত্যানুৰাগী লোকসকলে শাখা সাহিত্য-সভা গঠন কৰি আহিছে। ঠাইবিশেষে এক বিশেষ আঁচনিৰ যোগে সভাৰ কেন্দ্ৰীয় কাৰ্যালয়ে শাখা গঠন কৰাৰ ব্যৱস্থা ল'ব পাৰে। ৬০০ শাখা সভাই ৬০০ জন লেখকো যদি উলিয়াব পাৰে, সেয়া কম লাভৰ কথা নহ'ব আৰু তেনে কৰিব পাৰিলে সাহিত্যিকসকল আৰু সাহিত্যকৰ্ম নগৰত কেন্দ্ৰীভূত হোৱাৰ সাম্প্ৰতিক প্ৰৱণতাৰো কিছু পৰিবৰ্তন হ'ব বুলি আশা কৰিব পাৰি। কাৰ্যকৰী সমিতিৰ উপৰিও যদি প্ৰতিখন শাখাৰ এজনকৈ প্ৰতিনিধি লৈ এখন পৰিষদ গঠন কৰিব পাৰি, তেন্তে শাখাবোৰ



সক্ৰিয় কৰি ৰখাৰ এটা বাট ওলাব পাৰে।

সাহিত্যক জনতামুখী কৰিব লাগিলে অসম সাহিত্য সভাও জনতা-মুখী হোৱা দৰকাৰ। এক ব্যাপক সাক্ষৰতা আন্দোলনৰ যোগে এই গাঁওবোৰক সজাগ কৰি তোলাৰ আঁচনিত শাখা সভাবোৰে সক্ৰিয় সহযোগিতা আগ বঢ়াব পাৰে। শাখা সভা প্ৰতিষ্ঠাৰ যুক্তিযুক্ততা কাৰ্যৰে প্ৰমাণ কৰিব লাগিব।

অসম প্ৰকাশন পৰিষদে কিছু উল্লেখযোগ্য গ্ৰন্থ প্ৰকাশ কৰিছে। আনন্দৰাম বৰুৱাৰ গ্ৰন্থৰাজি, হস্তীবিদ্যাৰ্ণৱ, গোহাঁই বৰুৱা, ফণী শৰ্মা আদিৰ ৰচনাৱলী প্ৰকাশৰ কাম প্ৰকাশন পৰিষদৰ নিচিনা অনুষ্ঠানৰ বাহিৰে আনে হাতত ল'বলৈ সাহস নকৰে।

পুথি নিৰ্বাচনৰ ক্ষেত্ৰত, ছপা কৰোৱা বিষয়ত, সামৰ্থ্যহীন সাহিত্যি-কলৈ অৰ্থ-সাহায্য আগবঢ়োৱা আদি বিষয়ত যাতে আসোঁৱাহ নাথাকে তাৰ প্ৰতি দৃষ্টি ৰখা দৰকাৰ।

হস্তীবিদ্যাৰ্ণৱৰ নিচিনা দুই-চাৰিখন মূল্যবান গ্ৰন্থৰ সংকলন, সম্পা-দন, অনুবাদ, মুদ্ৰণ আদিৰ ক্ষেত্ৰত গুৰুতৰ অনিয়ম হোৱা বুলি অভিযোগ উঠিছে। ভুল অনুবাদ, মূলত নথকা কথা সন্নিবিষ্ট কৰা, ঠায়ে ঠায়ে অনুবাদ নকৰাকৈ এৰি যোৱা, এইবোৰ অসাৱ-ধানতাৰ কাৰণে নে অতিপাত খৰখেদা কৰাৰ কাৰণে ঘটিবলৈ পালে সন্ধান কৰাৰ অৱকাশ আছে।

আজিলৈকে হস্তীবিদ্যাৰ্ণৱৰ বাহিৰে আন কোনো অসমীয়া গ্ৰন্থ তিনি চাৰি লাখ টকা খৰচ কৰি প্ৰকাশ কৰা হোৱা নাই। হস্তীবিদ্যাৰ্ণৱৰ মূল্য তাৰ কথাখিনিতকৈ চিত্ৰখিনিৰহে অধিক। অথচ এই চিত্ৰাংকণ সম্পৰ্কে আৰু শিল্পী দুজন—দিলবাৰ আৰু দোসাই সম্পৰ্কে আৱশ্যকীয় আলোচনাই নহ'ল। লাখ লাখ টকীয়া এখন কিতাপত ভুল বৈ গ'লে, সেই ভুলো লাখটকীয়া

ভুল হয়। ইমান দামী ভুল কৰিবলৈ অসমীয়া ৰাইজৰ গাঁথিত ধন আছে জানো ?

হস্তীবিদ্যাৰ্ণৱৰ আৰু এটা কপি উজনি অসমৰ এখন সত্ৰত আছে বুলি জনা যায়। প্ৰকাশন পৰিষদে ছপাশাললৈ যোৱাৰ আগতে এই কপিটোৰো সম্ভেদ ল'ব লাগিছিল।

প্ৰকাশন পৰিষদে বৰ্তমান যুগুতাই থকা অসমীয়া বিশ্বকোষত যাতে পূৰ্ব ভাৰতৰ তথা অসমৰ উল্লেখযোগ্য সকলো প্ৰসংগই ঠাই পায়, আৰু তথ্য আৰু সংবাদবোৰ যাতে নিৰ্ভুল ক্ৰটীহীন হয় তাৰ প্ৰতি লক্ষ্য ৰখা হ'ব বুলি আমি আশা কৰিছোঁ। সম্ভাব্য বিতৰ্কমূলক প্ৰসংগবোৰৰ বিষয়ে আগতীয়াকৈ সংশ্লিষ্ট বিশেষজ্ঞসকলৰ অভিমত সংগ্ৰহ নকৰাকৈ হুৰমুৰ কৰি এই ব্যয়বহুল গ্ৰন্থমালা ভুলে-ভালে প্ৰকাশ কৰি উলিয়ালেই দায়িত্ব শেষ নহয়। ই এক মহা মূল্যবান জাতীয় সম্পত্তিৰূপে পৰিগণিত হ'ব পৰাকৈ, সকলো প্ৰকাৰৰ সতৰ্কতামূলক ব্যৱস্থা অৱলম্বন কৰা হ'ব বুলি সকলোৰে আশা কৰিছে।

অসম প্ৰকাশন পৰিষদ এটা জাতীয় অনুষ্ঠান। ইয়াৰ যোগেদি অসমৰ জাতীয় মৰ্যদা সুপ্ৰতিষ্ঠিত হওক, ই আমাৰ ভাষা-সাহিত্যৰ শ্ৰীবৃদ্ধি কৰক, আমি তাকে আশা কৰিছোঁ।

অসম পাঠ্যপুথি প্ৰকাশন নিগমৰপৰা যিবোৰ পাঠ্যপুথি প্ৰকাশ হয়, সেইবোৰৰ ভাষা, আখৰ জোঁটনি, বিষয়বস্তু নিৰ্বাচন, প্ৰসংগ উত্থাপন আদি যাতে দোষমুক্ত হয়, তাৰ প্ৰতি দৃষ্টি ৰখা বাঞ্ছনীয়। নিগমে সংকলন আৰু প্ৰকাশ কৰা পাঠ্যপুথিবোৰত যাতে ৰাষ্ট্ৰীয় আদৰ্শ সম্পৰ্কে, পৃথিৱীৰ সভ্যতা-সংস্কৃতি সম্পৰ্কে, যুগান্তকাৰী ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক বিপ্লৱ আদি সম্পৰ্কে শিক্ষাৰ্থীৰ উপযোগী প্ৰবন্ধাদি অন্তৰ্ভুক্ত কৰা হয়, তাৰ প্ৰতিও চকু দিয়া দৰকাৰ। পাঠ্যপুথি প্ৰণয়ন আৰু প্ৰচলনৰ দায়িত্ব নিজৰ হাতলৈ



নি দেশৰ ভৱিষ্যত নাগৰিকসকলক গণতান্ত্ৰিক, সমাজবাদী, ধৰ্ম-নিৰপেক্ষ নাগৰিক হিচাপে গঢ়ি তোলাৰ সুযোগ চৰকাৰে পাইছে। পাঠ্যপুথি নিগম এই দায়িত্ব সম্পৰ্কে সদায় সজাগ থাকিব বুলি আশা কৰিছোঁ।।

বিজ্ঞানৰ শিক্ষা মাতৃভাষাৰ যোগেদি দিবলৈ লোৱা হৈছে। বিভিন্ন স্তৰৰ পাঠ্যপুথিবোৰৰ বিষয়বস্তু আৰু ভাষা সাধাৰণ মানুহৰো বোধগম্য কৰিব পৰা যায়নেকি বিচাৰ কৰি চোৱাৰ অৱকাশ আছে। বিজ্ঞানৰ কঠিন আৰু জটিল বিষয়বস্তুবোৰ সৰ্বসাধাৰণেও বুজিব পৰা আৰু উপভোগ কৰিব পৰা কৰি প্ৰকাশ কৰাৰ ক্ষেত্ৰত অসম বিজ্ঞান সমিতিয়ে ( Assam Science Society ) আগভাগ ল'ব বুলি আশা কৰিছোঁ।

পৃথিৱীৰ ক্ৰান্তিকাৰী বৈজ্ঞানিক আৱিষ্কাৰ আৰু উদ্ভাৱনবোৰৰ চমকপ্ৰদ কাহিনী আৰু প্ৰখ্যাত বৈজ্ঞানিকসকলৰ জীৱনী, কাৰ্যাৱলী আদি সুখপাঠ্য সাহিত্যৰূপে লিখি প্ৰকাশ কৰিলে, বিজ্ঞান আৰু বৈজ্ঞানিকৰ প্ৰতি ৰাইজৰ আকৰ্ষণ বাঢ়িব আৰু এটা বাতাবৰণৰো সৃষ্টি হ'ব। পৃথিৱীৰ সকলো উন্নত ভাষাত থকাৰ দৰে আমাৰ ভাষাতো এনে গ্ৰন্থ প্ৰকাশ হ'ব লাগে। অসম সাহিত্য সভায়ো এনে এলানি গ্ৰন্থ প্ৰণয়ন কৰোৱাৰ আৰু প্ৰকাশ কৰাৰ চিন্তা কৰিব পাৰে। এনে আঁচনিৰ বাবে চৰকাৰী অৰ্থ-সাহায্যৰ অভাৱ নিশ্চয় নহ'ব।

মাধ্যমিক বিদ্যালয়, মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ শিক্ষাৰ্থীৰ কাৰণে যুগুতোৱা বিজ্ঞান-বিষয়ক পাঠ্যপুথিবোৰ অসমীয়া ভাষাতে ৰচিত হলেও, সাৰ্বজনীনভাৱে ইংৰাজী ভাষাত ব্যৱহৃত ইংৰাজী শব্দবোৰ অসমীয়াৰ প্ৰতিশব্দ হিচাপে শিকোৱাৰ ব্যৱস্থা ৰাখিব লাগে। সেয়ে নহ'লে এজন বিজ্ঞানৰ উচ্চতম ডিগ্ৰীধাৰী ছাত্ৰৰ শিক্ষাও অসমৰ বাহিৰত অকাৰ্যকৰী বুলি বিবেচিত হ'ব পাৰে।

ইংৰাজী ভাষা জানিলে আৰু বিজ্ঞানৰ সেই টেক্‌নিকেল শব্দবোৰ জানিলে অসুবিধাৰ সমুখীন হ'বলগীয়া নহ'ব পাৰে। সকলো প্ৰকাৰৰ, গোড়ামীয়েই বৰ্জনীয়।

অসমৰ পৰিচয়-জ্ঞাপক, ইয়াৰ নদীৰ বিষয়ে, পৰ্বতৰ বিষয়ে, গছ-গছনি বন-অৰণ্যৰ বিষয়ে, পক্ষীৰ বিষয়ে, খাদ্য শস্যৰ বিষয়ে খনিজ সম্পদৰ বিষয়ে, বিভিন্ন গোষ্ঠীৰ অসমবাসী মানুহৰ বিষয়ে, সাজ-পোছাকৰ বিষয়ে, উৎসৱৰ বিষয়ে, শিল্প, ভাস্কৰ্য, উদ্যোগৰ বিষয়ে—সৰ্বসাধাৰণ পাঠকৰ উপযোগী, বৰ্ণনামূলক, সচিত্ৰ পুথি প্ৰকাশ কৰিবৰ প্ৰয়োজন আছে। এই কিতাপবোৰ তথ্যগধুৰ নহৈ সুখপাঠ্য হ'লে জনপ্ৰিয় হোৱাৰ সম্ভাৱনা আছে।

অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে বৰ্তমান কি কৰি আছে বাইজে বৰ বেছি গম নেপায়। অসমৰ বুৰঞ্জীবোৰ আমাৰ এক অমূল্য সম্পদ। সেইবোৰৰ ভাষা, সাহিত্যিক মূল্য আদি নিৰ্ণয়ৰ কাৰণে (কেৱল সংবাদবোৰৰ কাৰণেই নহয়) গৱেষণাৰ থল আছে।

পূৰ্ব-ভাৰতৰ এখন পূৰ্ণাংগ, শুদ্ধ আৰু বিজ্ঞানসন্মতভাৱে ৰচিত ইতিহাস গ্ৰন্থৰ প্ৰয়োজন বহুদিনৰপৰা অনুভৱ কৰি অহা হৈছে। এনে এখন বুৰঞ্জীয়েহে পূৰ্ব ভাৰত তথা অসমৰ এটা পূৰ্ণ পট-ভূমিৰ ধাৰণা আজিৰ এই অঞ্চলৰ লোকক দিব পাৰিব। আমাৰ বিভিন্ন স্তৰৰ শিক্ষানুষ্ঠানত চলোৱা ইতিহাস গ্ৰন্থবোৰো আসোঁৱাহ-মুক্ত নহয়, বহু সময়ত সংকীৰ্ণ পক্ষপাতদোষদুষ্ট। কোনো কোনো বুৰঞ্জীয়ে দেশপ্ৰেমৰ প্ৰেৰণা জাগ্ৰত কৰাৰ সলনি আঞ্চলিক, সাম্প্ৰদায়িক বিদ্বেষৰ ভাৱহে জগাই তোলে।

বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে বিজ্ঞানসন্মত গৱেষণাৰ যোগে ইতি-হাসৰ দ্বন্দাত্মক সত্য নিৰ্ণয় কৰি নিৰপেক্ষ, বস্তুনিষ্ঠ বুৰঞ্জী প্ৰণয়ন কৰা দৰকাৰ। এনে বুৰঞ্জী যাতে ঘটনাক্ৰমৰ নিৰস, প্ৰাণহীন বিৱৰণ নহৈ ৰাজনৈতিক উত্থান-পতন, সামাজিক বিবৰ্তন, শিল্প-ভাস্কৰ্য,



ভাষা-সাহিত্য সকলোৰে এক প্ৰেৰণাদায়ক বিশুদ্ধ দলিল হয় তাৰ প্ৰতি আৱশ্যকীয় মনোযোগ দিলে, জাতি গঠনৰ ভেঁটি ৰচনাতে ই বৰঙনিস্বৰূপ হ'ব।

Assam Academy ৰ নিচিনা অনুষ্ঠানে সুপৰিকল্পিত প্ৰকাশনেৰে অসমৰ বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰি বাহিৰ জগতৰো দৃষ্টি আকৰ্ষণ কৰিব পাৰে আমাৰ বাতৰি কাকত আৰু আলোচনী-বোৰেও মাজে মাজে বিভিন্ন বিষয়ৰ বিশেষ সংখ্যা প্ৰকাশ কৰিব পাৰে। এই বিষয়ত অসম চৰকাৰৰ প্ৰচাৰ বিভাগে কিছু কাম কৰিছে। সুপৰিকল্পিত আৰু সুলিখিত গ্ৰন্থক প্ৰচাৰধৰ্মী নকৰিলেও সি প্ৰচাৰৰ কামেই কৰে। বিজ্ঞাপন কোনোবাই বিশ্বাস নকৰিবও পাৰে, সাহিত্যক বিশ্বাস কৰে।

আজিকালি অসমীয়া মানুহে বাতৰি কাকত পঢ়ে। বাতৰি কাকতে কেৱল সংবাদ পৰিৱেশনেই নকৰে, ভাষাৰ প্ৰচাৰতো সহায় কৰে। অসমীয়া বাতৰি কাকতকেইখনে নিৰ্ভুল সংবাদ পৰিৱেশন কৰাৰ লগতে, ভাষা যাতে শুদ্ধ আৰু সুখপাঠ্য হয় আৰু আখৰ-জেঁাটনি যাতে নিৰ্ভুল হয়, তাৰ প্ৰতি চোকা দৃষ্টি ৰখা প্ৰয়োজন। অনুবাদ কৰা বাতৰিবোৰেও যাতে মূলৰ অৰ্থ অবিকৃত ৰাখে তালৈকো চকু দিয়া দৰকাৰ। বাতৰি কাকতক দিনেকীয়া সাহিত্য বুলিও যদি ধৰা যায়, তাৰ ভাষা, আখৰ জেঁাটনি বিষয়বস্তুৰ পৰিৱেশন আদিৰ পাঠকৰ ওপৰত পৰা প্ৰভাৱ সম্পৰ্কে সংশ্লিষ্ট লোকসকল আৰু বাতৰি কাকতৰ পৰিচালকসকল সজাগ থকা বাঞ্চনীয়।

আঞ্চলিক ভাষাত বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰণয়ন আৰু প্ৰকাশৰ কাৰণে কেন্দ্ৰীয় অৰ্থ সাহায্য আগবঢ়োৱা হৈছে আৰু অসমৰ বিশ্ববিদ্যালয় দুটাই ইতিমধ্যে প্ৰায় সকলো পাঠ্যপুথি যুগুত কৰি প্ৰকাশ কৰিছে; কিন্তু ইয়াৰে কিছুমান পাঠ্যপুথি অন্য ভাষাৰ-

পৰা যান্ত্ৰিকভাৱে অনুবাদ কৰা হৈছে আৰু কিছুমানৰ ভাষা, বাক্যবিন্যাস আদিত অনভিজ্ঞ আৰু অপৰিপক্ক হাতৰ দেখ দেখ প্ৰমাণ পোৱা যায় বুলি অভিযোগ শুনা গৈছে। পাঠ্যপুথি অপাঠ্য হোৱাটো বা ছাত্ৰ-ছাত্ৰীক কোনো বিষয় বুজাবৰ কাৰণে লিখা কিতাপ বুজিব নোৱাৰা হোৱাটো পৰিতাপৰ কথা। পাঠ্যপুথি লিখাটো টান কাম, বিশ্ববিদ্যালয়ৰ ডিগ্ৰী বা অৰ্থকৰী বিবেচনাই পাঠ্যপুথি ৰচকৰ অৰ্হতা নিদিবও পাৰে। আমাৰ পাঠ্যপুথিবোৰ আদৰ্শ পুথি হ'ব লাগে। কিয়নো এখন উপন্যাস বা কবিতা-পুথিৰ পাঠকতকৈ পাঠ্যপুথিৰ পাঠক সংখ্যাত শ শ গুণ বেছি আৰু পাঠ্যপুথিত যি পাঠ্যই থাকে তাকে পঢ়াটো শিক্ষাৰ্থীৰ কাৰণে বাধ্যতামূলক। পাঠ্যপুথিৰ প্ৰভাৱ জীৱনজোৰা হয়।

অসমীয়া শব্দকোষত বিভিন্ন ভাষাৰ বহু শব্দ আছে। বিভিন্ন সময়ত বিভিন্ন শব্দ সোমাই অসমীয়াত জাহ গৈছে। নিৰ্ভুল অৰ্থজ্ঞাপক অসমীয়া শব্দ থাকোতে তাক ব্যৱহাৰ নকৰি অন্য ভাষাৰ শব্দ ব্যৱহাৰ কৰাটো অবাঞ্ছনীয় কথা; কিন্তু প্ৰয়োজনীয় আৰু অপৰিহাৰ্য অনা-অসমীয়া শব্দ ব্যৱহাৰ কৰিবলৈ ভয় কৰি বা অস্বীকাৰ কৰি, গাৰ বলেৰে কঠিন প্ৰতিশব্দ সৃষ্টি কৰি ৰাইজৰ ওপৰত জাপি দিবলৈ যত্ন কৰাৰো কোনো সাৰ্থকতা নাই। এখন দিনে দিনে সৰু হৈ অহা পৃথিৱীত, নিজৰ এবুৰিমান শব্দকে সাৱটি ধৰি থাকি, পৃথিৱীৰ জ্ঞান-বিজ্ঞানৰ জগতখনত সোমোৱাটো সহজ কাম নহ'ব। ফাউণ্টেন পেনক নিজৰি কাপ বা টৰ্চ লাইটক চোৰ চাকি নাম দি আত্মপ্ৰসাদ লাভৰ চেষ্টা কৰিব পাৰি, নাইবা কে'প অৱ গুদ হ'পক উত্তমাশা অন্তৰীপ নাইবা বেট্‌ল্ অৱ ৰ'জেচক 'গোলাপ যুদ্ধ' নাম দি নামবাচক শব্দকো অসমীয়া কৰিবলৈ চেষ্টা কৰি শ্ৰমৰ অপচয়ৰ নিদৰ্শন দাঙি ধৰিব পাৰি; কিন্তু আন কোনোবাই যদি মূলাগাভৰুক বেচিদ ইয়ং লেডী, নাইবা 'কুকুৰাচোৱা ভূতৰ পুতেকৰ খবৰক' দি নিউজ অৱ



দি ফাউল ৱাচিং ঘ'ষ্ট' কৰি প্ৰতিশোধ লয়, আমাৰ বাধা দিবৰ উপায় নেথাকিব। 'যোগ' শব্দটোৱেই নহয়, যোগসাধনা পদ্ধতি-টোৱেই ভাৰতৰ উদ্ভাৱন। আজি ইউৰোপ-আমেৰিকা আৰু পৃথিৱীৰ বহু ঠায়ে এই শব্দটো 'যোগ' বুলিয়ে ব্যৱহাৰ কৰিছে। ইয়াৰ এটা স্থানীয় প্ৰতিশব্দ উলিয়াই অৰ্থ-বিকৃতিৰ বাট মুকলি কৰিবৰ অপচেষ্টা কৰা নাই। ক্ষেত্ৰ আৰু প্ৰয়োজনবিশেষে বৰ্জন কৰাৰ শক্তি আৰু গ্ৰহণ কৰাৰ সাহস আমাৰ দুয়োটাই থকা দৰকাৰ। যুক্তিসন্মত সংৰক্ষণশীলতা অবাঞ্ছনীয় নহ'ব পাৰে, গোড়ামী বৰ্জনীয়। অদূৰ ভৱিষ্যতত পৃথিৱীৰ সকলো মানুহে এটা ভাষাৰ মাধ্যমেৰেই ভাৱৰ আদান-প্ৰদান কৰিবলৈ ল'ব পাৰে। বিজ্ঞানৰ উদ্ভাৱনক আশ্ৰয় কৰিয়ে এনে এটা আন্তৰ্জাতিক ভাষাই জন্ম লাভ কৰিব পাৰে। তাৰ কাৰণে সাজু হোৱাহে দৰকাৰ— জেওৰা-জপনা দিয়াত বেছি সময় নষ্ট কৰি লাভ নাই।

পুথিৰ ব্যৱসায় আৰু পুথি প্ৰকাশৰ ব্যৱস্থা অসমত এতিয়াও অসংগঠিত আৰু অনুন্নত অৱস্থাত আছে। কোনো কোনো প্ৰকাশকে প্ৰকাশিত পুথি বিক্ৰী কৰাৰ বিজ্ঞানসন্মত পদ্ধতি অনুসৰণ কৰি লাভবান হোৱাৰ চেষ্টা নকৰি, গ্ৰন্থকাৰজনকে ঠগি লাভবান হোৱাৰ যত্ন কৰে বুলি, পাঠ্যপুথিৰ বিক্ৰীৰ নিশ্চয়তা থকা হেতুকে বহু পুথি প্ৰকাশক আৰু প্ৰকাশন প্ৰতিষ্ঠানেই পাঠ্যপুথি প্ৰকাশৰ চিন্তাত থাকে বুলি, বহু প্ৰকাশকে অৰ্থৰ লোভত সস্তীয়া যৌন কাহিনী, ডিটেক্‌টিভ কাহিনী, থ্ৰীলাৰ, কাল্পনিক ৰোমাঞ্চ আদি প্ৰকাশ কৰাতে সমগ্ৰ ব্যৱসায়-বুদ্ধি নিয়োগ কৰা বুলি, কোনো কোনো প্ৰকাশকে চৰকাৰী পুথিভঁড়াল, শিক্ষাবিভাগ, জনশিক্ষা-বিভাগ আদিৰ বাহিৰে পুথি বেচা ঠাই আৰু ক'তো নাই বুলি ভাৱে বুলি বিভিন্ন অভিযোগ শুনা যায়।

অসমৰ লেখকসকলৰ নিজস্ব কোনো প্ৰকাশন প্ৰতিষ্ঠান নাই।

তেওঁলোক নিজৰ লিখা প্ৰকাশৰ কাৰণে ব্যৱসায়ী প্ৰকাশকৰ ওপৰত নিৰ্ভৰশীল। কিতাপৰ বাবদ পাবলগীয়া পাৰিশ্ৰমিক পোৱাত লেখকসকল যাতে প্ৰবঞ্চিত নহয় সেইটো সকলোৰে কাম্য। খটুওৱা মূলধনৰ বিনিময়ত প্ৰকাশকে যুক্তিসন্মত লাভ কৰিবলৈ ব্যৱস্থা লোৱাটো দোষণীয় নহয়; কিন্তু প্ৰকাশকে মনত ৰখা ভাল যে পুথি প্ৰকাশ ব্যৱসায়ত টকা প্ৰধান মূলধন নহয়, প্ৰকাশৰ কাৰণে লোৱা গ্ৰন্থৰ পাণ্ডুলিপিহে প্ৰকৃত মূলধন। যিজনি খীৰতী গায়ে গাখীৰ দিয়ে, তাইক খীৰাই থাকিলেই নহয়, ঘাঁহ-পানী খুৱাই তাইক জীয়াই ৰখাৰ দৰকাৰ।

লেখকক বঞ্চিত কৰি ধনী হ'বলৈ যোৱা প্ৰকাশকৰ ধনতান্ত্ৰিক অপ-কৌশল এখন সমাজবাদী সমাজৰ লগত খাপ নোখোৱা কথা। লেখক আৰু প্ৰকাশকৰ মাজৰ সম্পৰ্ক সততা, বিশ্বস্ততা আৰু সত উদ্দেশ্যৰ ভিত্তিত প্ৰতিষ্ঠিত হোৱা বাঞ্ছনীয়। ভাষা-সাহিত্যৰ প্ৰচাৰ আৰু বিস্তাৰৰ বিষয়ত প্ৰকাশকৰ এটা গুৰুত্বপূৰ্ণ ভূমিকা আছে। লেখকৰ সৃজনীপ্ৰতিভা আৰু প্ৰকাশকৰ ব্যৱসায়-বুদ্ধিৰ এটা মিলন ঘটাব পাৰিলে ভাষা-সাহিত্যৰ কল্যাণ সাধিত নহৈ নাথাকে। লেখক সদায় প্ৰকাশকতকৈ আগ এই কথা মনত ৰখা ভাল।

অসমত আৰবী, ফাৰ্চী আৰু উৰ্দ্দু ভাষা বহুকালৰপৰা শিক্ষণীয় বিষয় হৈ আহিছে। সংস্কৃত ভাষাৰ গুৰুত্ব সম্পৰ্কে নতুনকৈ কোৱাৰ সকাম নাই। অসমত সংস্কৃত চৰ্চাৰ প্ৰাচীনত্ব এক ইতিহাস প্ৰসিদ্ধ কথা। বৰ্তমান মধ্য-প্ৰাচ্যৰ আৰবী, ফাৰ্চীভাষী অঞ্চলবোৰৰ লগত ভাৰতৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক সম্পৰ্ক দিনে দিনে গাঢ়তৰ হৈছে। উৰ্দ্দু ভাষা আৰু সাহিত্যৰ সমৃদ্ধিৰ কাৰণে কেন্দ্ৰীয় চৰকাৰে সৰ্বতোপ্ৰকাৰৰ উদ্‌গনি আগবঢ়াইছে।

অসমৰ বিভিন্ন স্তৰৰ শিক্ষানুষ্ঠানত সংস্কৃত, আৰবী, ফাৰ্চী আৰু উৰ্দ্দু ভাষা শিকোৱাৰ বাধ্যতামূলক ব্যৱস্থা হোৱা বাঞ্ছনীয়।



আমাৰ গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে ফৰাচী, ৰুচ, চীন, জাপানী আৰু জাৰ্মান ভাষাৰ নিচিনা ভাষা প্ৰশিক্ষণৰো ব্যৱস্থা কৰা উচিত। বৰ্তমান ভাৰতৰ দেশ-বিদেশৰ লগত আন্তৰ্জাতিক সম্পৰ্ক আৰু সমাগতদিনবোৰত ভাৰতৰ সম্পৰ্কৰ সম্প্ৰসাৰণৰ সম্ভাৱনা চকুৰ আগত ৰাখি, অসমে নিজক প্ৰস্তুত নকৰিলে সদায় আক্ষেপ কৰিয়ে থাকিব লাগিব পাৰে।

নিতান্ত সীমাবদ্ধ সুযোগ-সুবিধা থকা সময়তো আমাৰ পূৰ্বগামী সাহিত্যিকসকলে বহু মূল্যৱান অৰিহণা যোগাই গৈছে। বৰ্তমান আমাৰ সুযোগ-সুবিধা বহুগুণে বৃদ্ধি পাইছে; কিন্তু আমাৰ সাহিত্যৰ আশানুৰূপ সমৃদ্ধি (বিশেষকৈ মৌলিক, সৃজনীশীল সাহিত্যৰ) হোৱা বুলি দাবী কৰিব নোৱাৰি।

কিন্তু অসমীয়া সাহিত্যত একো নহ'ল আৰু একো নহ'ব বুলি হতাশা আৰু নিৰাশা প্ৰকাশ কৰিলেই সমস্যাৰ সহজ সমাধান নহয়। যি সকল আশাশুধীয়া লেখকে ভাষা-সাহিত্যৰ প্ৰতি গভীৰ শ্ৰদ্ধাৰে, নিজৰ শক্তি আৰু সামৰ্থ্য অনুসৰি, শ্ৰম চেষ্টা কৰি, অসমীয়া সাহিত্যলৈ নিজা বৰঙনি আগবঢ়ায়, আৰু তাৰ বিনিময়ত অৰ্থকৰীভাৱে লাভবান হোৱাটো দূৰৰ কথা, সাধাৰণ স্বীকৃতিও নেপায়, সেইসকলৰ নিঃস্বাৰ্থ শ্ৰমৰ ফলশ্ৰুতিয়েই অসমীয়া সাহিত্যক প্ৰাণশক্তি যোগাব আৰু আগুৱাই যোৱাৰ প্ৰেৰণা দিব।

মূৰ গুজিবলৈ এডোখৰ ঠাই নোহোৱা, জীৱিকাৰ সংস্থান নোহোৱা, লিখনী প্ৰকাশৰ সুবিধা নোহোৱা, অধ্যয়ন কৰিবলৈ কিতাপপত্ৰ কিনাৰ যোত্ৰ নোহোৱা, সংসাৰদায়গ্ৰস্ত, জীৱনভাৰ-ভাৰাক্ৰান্ত নিঃসম্বল এদল সাহিত্যসেৱীৰপৰা উৎকৃষ্ট, মহৎ সাহিত্য সৃষ্টিৰ আশা কৰি বহি থকাটো আজিৰ যুগত শোভনীয় কাৰ্য বুলিব নোৱাৰি। সাহিত্যিকক একোকে নিদিয়াকৈ, সাহিত্যিকৰপৰা সকলো পাবলৈ আশা কৰাটো উচিত নহয়।

লেখকক লেখক হৈ, শিল্পীক শিল্পী হৈ জীয়াই থকাৰ ব্যৱস্থা কৰক। আপোনাৰ গাঁথিৰ ত্বপইচা ভাঙি শিল্পী সাহিত্যিকক স্বপ্ন আৰু ঘামৰ দাম দিয়ক। লেখক সাহিত্যিকক আপোনাৰ সমাজখনৰ প্ৰয়োজনীয় মানুহ বুলি গণ্য কৰক।

অসম চৰকাৰে সাহিত্যিকক পেন্সন দিয়াৰ ব্যৱস্থা কৰি, শিল্পী সাহিত্যিকৰ ৰোগ চিকিৎসাৰ ব্যৱস্থা কৰি আৰু দুখীয়া শিল্পী সাহিত্যকৰ পৰিয়াললৈ অৰ্থ-সাহায্য আগবঢ়াই প্ৰশংসনীয় কাৰ্য কৰিছে। ইয়াৰবাবে চৰকাৰ ধন্যবাদৰ পাত্ৰ।

আজিৰ সংগ্ৰামশীলতাৰ যুগত, দুৰ্বাৰ আৰু অবিশ্বাস্য গতিৰ যুগত অলপ কিছু কৰিয়ে, অসমীয়া সাহিত্যিকে তাহানিৰ অসমীয়া ডাঙৰীয়াৰ ভেমেৰে আত্মপ্ৰসাদত গদ্‌গদ্ হৈ বহি থাকিলেও আমাৰ সাহিত্য আগুৱাই নেযায়। সময়ৰ লগত খোজ মিলাব নোৱাৰাৰ বাবেই আমি পিছ পৰি আছোঁ। যুগৰ প্ৰত্যাহ্বানৰ প্ৰতি সক্ৰিয় সঁহাৰি জনাই আমি নিজস্ব শক্তি আৰু সামৰ্থ্যৰ প্ৰমাণ দিব লাগিব।

সাহিত্যিকৰ নিজস্ব কাৰ্যক্ষেত্ৰ আৰু দায়িত্ব সম্পৰ্কে সাহিত্যিক সজাগ থকা দৰকাৰ। স্বাধীন ভাৰতত যি নতুন পৰিৱেশত সামাজিক ৰূপান্তৰৰ অভিযান আৰম্ভ হৈছে, শিল্পী-সাহিত্যিক-সকল তাৰ নিক্ৰিয়, উদাসীন দৰ্শক হৈ থাকিব নোৱাৰে। দেশ আৰু দেশবাসীৰ সম্পৰ্কে চিন্তা কৰাৰ, আঁচনি কৰাৰ, সেইবোৰ কাৰ্যকৰী কৰাৰ ব্যৱস্থা কৰাৰ সকলো দায়িত্ব ৰাজনীতিবিদৰ হাতলৈ এৰি দি, পিছত আশানুৰূপ ফল লাভ নোহোৱাৰ বাবে ৰাজনীতিবিদক দোষাৰোপ কৰাৰ কোনো সাৰ্থকতা নাই। জাতিৰ জীৱনৰ অগ্ৰগামী পৰিক্ৰমাত সাহিত্যিকৰ জানো অংশ গ্ৰহণ কৰিবলগীয়া নাই?



সাহিত্যিকে ৰাজনীতিবিদৰপৰা প্ৰেৰণা ল'ব নে ৰাজনীতিবিদে সাহিত্যিকৰপৰা প্ৰেৰণা ল'ব?

ইয়াৰ উত্তৰ কোনে দিব—সাহিত্যিকে নে ৰাজনীতিবিদে?

সচেতন সাহিত্যপ্ৰেমী অসমৰ ৰাইজৰ সম্মুখত আজি এটাই প্ৰশ্ন: অসমৰ ১৪৬ লাখ মানুহৰ ১২ লাখ মাথোন নগৰত থাকে। ১৩৪ লাখ থাকে গাঁৱত। এই ১৩৪ লাখৰ ভিতৰত শতকৰা ৯১ ভাগ অৰ্থাৎ ১১৫ লাখ মানুহ আজিও নিৰক্ষৰ। অসমীয়া ভাষা সাহিত্যই কাৰ ওপৰত ভিত্তি কৰি, কাক অৱলম্বন কৰি বিস্তৃতি আৰু সমৃদ্ধি লাভ কৰিব? এমুঠি শিক্ষিত মানুহে এমুঠি শিক্ষিত মানুহৰ কাৰণে, সাহিত্য লিখি থাকিলে, ইয়াৰ বাহিৰৰ জনসাধাৰণৰ মন আৰু হৃদয়ক যুগৰ বাণীৰ আহ্বানে চুবগৈ জানো?

আমি আজি একবিংশ শতিকাৰ পদূলিমূৰত থিয় দিছোঁহি। সমাগত সেই নতুন শতিকাক আমি কি উপহাৰ দি আদৰণি জনাম?

টিপচহী দিয়া কিছুমান নিৰক্ষৰ অন্ধ মানুহ?
ছবিক ভোট দিয়া কিছুমান নিৰক্ষৰ অজ্ঞ মানুহ?
পৃথিবীৰ অগ্ৰগতিৰ শোভাযাত্ৰাত শেষৰ শাৰীত অসহায়ভাৱে থিয় দি থকা কিছুমান অবোধ পুতলা?

আমি আশা কৰিব নোৱাৰোনে যে অহা ২০ বছৰৰ ভিতৰত যিখন অসম জীৱন্ত হৈ উঠিব সি হ'ব সৰ্বজন-সাক্ষৰ, সুশিক্ষিত, সাহিত্য-সংস্কৃতি-জ্ঞান-বিজ্ঞানৰ ঐশ্বৰ্যসমৃদ্ধ এখন নতুন অসম, য'ত বিচাৰিলেও এনে এটা পৰিয়াল পোৱা নেযাব, যি নিৰক্ষৰতা কি বুজি পায়।

অসম সাহিত্য সভাৰ প্ৰতিখন অধিৱেশনে আমাৰ ভাষা-সাহিত্য-সংস্কৃতিৰ নতুন দিগন্ত আৱিষ্কাৰৰ স্বাক্ষৰ বহন কৰক। এক নতুন সাহসিক পদক্ষেপৰ কাৰণে কাৰ্যকৰী সংকল্প গ্ৰহণ কৰিবলৈ

শিল্পী-সাহিত্যিকৰ কাৰণে ক্ষেত্ৰ প্ৰস্তুত কৰক। প্ৰতিখন অধিৱেশনে আত্মজিজ্ঞাসা, আত্মবিশ্লেষণ আৰু বিকাশ প্ৰকাশৰ পথ অন্বেষণৰ কাৰণে প্ৰেৰণা আৰু প্ৰত্যয় দান কৰক, এখন অধিৱেশন আৰু পৰবৰ্তী অধিৱেশনৰ মাজৰ কালছোৱা অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ অগ্ৰগতিৰ স্বাক্ষৰ-বহনকাৰী ইতিহাস হওক। সভাৰ প্ৰতি থকা ৰাইজৰ আগ্ৰহ উদ্দীপনা সাহিত্যকৰ্মীৰ কাৰণে আত্মনিয়োগৰ আহ্বান হওক।

অসম সাহিত্য সভাই সদিচ্ছা আৰু সম্ভাৱৰ মাজেদি, বিভিন্ন মতাদৰ্শৰ সমন্বয়ৰ মাজেদি, অকপট পাৰম্পৰিক শ্ৰদ্ধা আৰু বুজাবুজিৰ মাজেদি সমগ্ৰ উত্তৰ-পূব ভাৰতৰ সংহতি, সম্প্ৰীতি আৰু ঐক্য গঢ়ি তোলক। অৰুণাচল, নগালেণ্ড, মণিপুৰ, মেঘালয়, ত্ৰিপুৰা, মিজোৰাম, অসম, চিকিমৰ সঙ্গে ৰাইজৰ মন আৰু হৃদয়ৰ মিলনক্ষেত্ৰ হওক অসম সাহিত্য সভা। চেনেহ আৰু শ্ৰদ্ধাৰ দুবাহু মেলি আমি সকলোকে বুকুৰ কাষলৈ চপাই আনো, সম্প্ৰীতিৰ এক নতুন নিশ্বাসৰ মাজত আমাৰ সৃজনীশক্তি সঞ্জীৱিত হৈ উঠক।

অসমখন আকাৰত আগতকৈ সৰু হৈ গৈছে; কিন্তু অসম সাহিত্য সভাখন ডাঙৰ হৈ গৈছে। এনে অৱস্থাত সভাপতিৰ অভিভাষণ-খন সৰু হ'ব লাগেনে ডাঙৰ হ'ব লাগে, মই থিৰাং কৰিব নোৱাৰিলোঁ। অভিভাষণ চমু কৰিবৰ কাৰণেই বিভিন্নজনে পৰামৰ্শ দিছিল। চুটি গল্পৰ লেখক হিচাপে ময়ো চুটি কৰিবলৈ চেষ্টা কৰিছিলো; কিন্তু মই দুই এখন উপন্যাসো লেখিছোতো। সেইবাবে যদি অভিভাষণখনে চুটিগল্পৰ সীমাত নৰৈ উপন্যাসৰ আকাৰ ধাৰণ কৰিলে, তাৰবাবে গলবস্ত্ৰ হৈ ক্ষমা বিচাৰিছোঁ। আপোনাসকলৰ ধৈৰ্যৰ অভাৱ হ'ব পাৰে, ক্ষমাগুণৰ অভাৱ নিশ্চয় নহ'ব বুলি আশা কৰিলোঁ।

অভয়াপুৰীৰ এই মিলনক্ষেত্ৰত সমৱেত হোৱা সাহিত্যিক সাহিত্যানুৰাগী,



শিল্পী, সংস্কৃতিসেৱী আৰু সদৌ ৰাইজৰ এই পৱিত্ৰ মঞ্চৰপৰা, অসমৰপৰা, ভাৰতৰপৰা আজি আমি পৃথিৱীবাসীলৈ আহ্বান জনাইছো ঃ

জগতৰ সকলো মানুহৰ কাৰণে পোহৰৰ পৃথিৱীৰ দুৱাৰ মুকলি কৰি দিয়া; জ্ঞান-বিজ্ঞানৰ উদাৰ আশীৰ্বাদেৰে বিশ্ববাসীৰ জীৱনৰ পথ সুগম আৰু নিৰাময় কৰি তোলা; হাজাৰ হাজাৰ বছৰৰ মাজেদি বিকশিত হোৱা মানুহৰ সভ্যতা, সংস্কৃতি, মনীষা আৰু প্ৰতিভাক নতুন স্বীকৃতিৰে মহীয়ান কৰি তোলা; কৃষক শ্ৰমিক, সাহিত্যিক, শিল্পী, বৈজ্ঞানিক, ৰাজনীতিবিদ, সংস্কৃতিসাধক, বুদ্ধিজীৱী সকলোৰে সম্মিলিত অৱদানেৰে নতুন শান্তিৰ পৃথিৱী, মৈত্ৰীৰ পৃথিৱী, যুদ্ধৰ আশংকামুক্ত পৃথিৱী, মানৱতাৰ উন্মুক্ত পৃথিৱী ৰচনা কৰি তোলা। সৌন্দৰ্যৰে, পৱিত্ৰতাৰে, কল্যাণেৰে সভ্যতাৰ অভিযানক সফল কৰি তোলাৰ পথ ৰচনা কৰা।

অসমৰ সাহিত্য অসমীয়া সাহিত্য হওক। অসমীয়া সাহিত্য ভাৰতীয় সাহিত্য হওক। সেই ভাৰতীয় সাহিত্য বিশ্ব-সাহিত্য হওক। অসমীয়া সাহিত্যই বিশ্ববাসীৰ হৃদয়ে হৃদয়ে মহামানৱতাৰ সোণালী সেতু ৰচনা কৰক।

অসমীয়া সাহিত্য মানুহৰ সাহিত্য হওক।

## স্মৃতিগ্ৰন্থ উন্মোচকৰ ভাষণ

শ্ৰীসীতানাথ ব্ৰহ্মচৌধুৰী

অসম সাহিত্য সভাৰ নিৰ্বাচিত সভাপতি, প্ৰতিনিধিসকল আৰু সমবেত সাহিত্যানুৰাগী সুধীবৃন্দ,

এইটো কথা সঁচা যে, এখন দেশৰ সাহিত্যৰ উন্নতি-অৱনতিৰ লগতে দেশৰ উন্নতি-অৱনতিও বহু পৰিমাণে নিৰ্ভৰ কৰে। সাহিত্যৰ উন্নতিৰ লগে লগে দেশৰ ভৱিষ্যতো বহুপৰিমাণে উজ্জ্বল হৈ আহে। আজি আপোনালোকে সমগ্ৰ অসমৰ বিভিন্ন অঞ্চলৰপৰা এই পুণ্যনগৰী অভয়াপুৰীলৈ আহিছে সাহিত্য আলোচনাত যোগ দিবৰ আৰু অসমীয়া সাহিত্যৰ উন্নতি সাধনৰ প্ৰচেষ্টা চলাবৰ বাবে। গতিকে আপোনালোক সকলোৱে আমাৰ অতি সন্মানিত আৰু নমস্য অতিথি। আপোনালোকক আমি সাদৰ সম্ভাষণ জনাইছোঁ।

আমি বিশেষভাৱে অনুভৱ কৰিছোঁ- এই পুণ্যনগৰী অভয়াপুৰীকে কেন্দ্ৰ কৰি গোৱালপাৰা জিলাৰ সমগ্ৰ অঞ্চলৰ সংক্ষিপ্ত বিৱৰণ, অতীতৰ বুৰঞ্জী, কৃষ্টি আৰু ঐতিহ্যৰ কথা আপোনালোকৰ আগত দাঙি ধৰাৰ প্ৰয়োজন আছে, যাতে আপোনালোকে আমাৰ এই জিলাৰ কৃষ্টি, বুৰঞ্জী আৰু ঐতিহ্যৰ লগত পৰিচয় হ'ব পাৰে; আমাৰ সুখ-দুখ আৰু আমাৰ ভৱিষ্যতৰ আশা-আকাংক্ষাৰ লগত আপোনালোকে যাতে পৰিচিত হ'ব পাৰে এই উদ্দেশ্যে অভ্যৰ্থনা সমিতিয়ে এই স্মৃতি-গ্ৰন্থখন প্ৰকাশ কৰি আপোনালোকৰ আগত দাঙি ধৰিবলৈ বিচাৰিছে।



আপোনালোকে জানে, অসমৰ অন্যান্য জিলাতকৈ আমাৰ জিলা বহু বিষয়ে পাছপৰা। শিক্ষা, আৰ্থিক অৱস্থা আৰু সাহিত্য চৰ্চাতো আমি বহু পাছত। আমাৰ লেখকৰ সংখ্যাও আন আন জিলাৰ তুলনাত নগণ্য। তথাপি আমাৰ লেখকসকলে বহু চেষ্টা কৰি আমাৰ জিলাৰ অতীত বিৱৰণৰ কথা, কৃষ্টি আৰু ঐতিহ্যৰ কথা আপোনালোকৰ আগত দাঙি ধৰিবৰ চেষ্টা কৰিছে।

আমাৰ জিলাৰ এটা বিৰাট অংশৰ মানুহৰ বিশ্বাস যে আমি বহু বিষয়ত পাছপৰা কাৰণে আপোনালোকে আমাক বৈমাত্ৰেয় ভাইসুলভ দৃষ্টিভংগীৰে চায়। বহু বিষয়ত আমি আপোনালোকৰ মৰমৰপৰা বঞ্চিত হওঁ। আমাৰ বিনীত অনুৰোধ, আপোনালোকে আমাক সৰু ভাই বুলি মৰমৰ দৃষ্টিৰে চাব আৰু আপোনালোকৰ লগে লগে সমানে চলিবলৈ আমাক উৎসাহিত কৰিব আপোনালোকৰ সকলো মৰম-চেনেহেৰে।

এই স্মৃতিগ্ৰন্থখন পঢ়িলে আপোনালোকে আমাৰ জিলাৰ বহুতো বিষয়ে গৱেষণা কৰিবলৈ প্ৰেৰণা পাব বুলি আমাৰ বিশ্বাস।

এই স্মৃতি-গ্ৰন্থখন উন্মোচন কৰিবৰ বাবে অভ্যৰ্থনা সমিতিয়ে এই অভাজনৰ ওপৰত ভাৰ দিছে। অভ্যৰ্থনা সমিতিৰ পক্ষৰপৰা মই আজি উন্মোচন কৰি আপোনালোকৰ আগত দাঙি ধৰিলোঁ। অসমীয়া সাহিত্যৰ মংগল হওক আৰু দেশৰ উন্নতি হওক এয়েই আমাৰ একমাত্ৰ কামনা।

---

## সাহিত্য সংকলন : উন্মোচকৰ ভাষণ

ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য

অসম সাহিত্য সভাৰ সভাপতি মহোদয়, অসম সাহিত্য সভাৰ চতুশ্চত্বাৰিংশ অভয়াপুৰী অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া, অভ্যাগতবৃন্দ আৰু কৰ্মীসকল,

জয়-জয়তে অসম সাহিত্য সভাৰ আজিৰ এই স্মৃতিগ্ৰন্থখনিৰ উন্মোচনৰূপী পৰম পৱিত্ৰ কামফেৰাৰ দায়িত্বকণ, আমাৰদৰে এনে এক অভাজনৰ ওপৰত ন্যস্ত কৰা বাবে, ইয়াৰ সূত্ৰধাৰসকললৈ আমাৰ ভক্তিভৰা ওলগ জনাইছোঁ।

আমি নিজে গ্ৰন্থকাৰ নহওঁ, সাহিত্যিক নহওঁ, সাহিত্যৰ অসীম আকাশত পাখী মেলিবৰ শক্তিফেৰাও আমাৰ নাই। 'গ্ৰন্থ' শব্দটোৰ সৈতে আমাৰ অৱশ্যে কিঞ্চিৎ পৰিচয় নোহোৱা নহয়। এই কিঞ্চিৎ পৰিচয়ৰ আলমতে আমি ক'ব খোজোঁ যে, গ্ৰন্থিবদ্ধ ৰচনামাত্ৰেই গ্ৰন্থ হ'ব নোৱাৰে। 'গ্ৰন্থ' বুলিলে তাত আকৃতি-প্ৰকৃতিৰ কথা আছে, ভাৱ-ভাষা, সাজ-সজ্জাৰ কথা আছে, স্থান-কাল-পাত্ৰৰ কথা আছে, মুঠতে, ইটো সিটো বহুতো আছে। এনেবোৰ গুণ-গৰিমাৰ সমন্বয়তহে ৰচনা একোখনে গ্ৰন্থৰূপে সমাজত স্থান পাব পাৰে, ৰাইজৰ আদৰণি লাভ কৰিব পাৰে।

অসমীয়া সাহিত্য যদিওবা অতিকৈ প্ৰাচীন আৰু প্ৰাচীন ঐতিহ্যবাহীৰূপে সৰ্বভাৰতীয় ক্ষেত্ৰত ইয়াৰ একণি স্থান আছে, তথাপিও দুখৰ বিষয় যে, আজি অসমীয়া সাহিত্যৰ প্ৰকাশিত গ্ৰন্থ সংখ্যা অন্যান্য বহুতো আঞ্চলিক ভাষাৰ তুলনাত নিচেই তাকৰ। বিদ্যালয়ৰ



পাঠ্যপুথিকেইখন বাদ দিলে আমাৰ প্ৰকৃত উচ্চমানবিশিষ্ট অসমীয়া গ্ৰন্থনো কেইখন প্ৰকাশিত হৈ আছে, ভাৱিলে মূৰে-কপালে হাত দিব লাগে। এনে গ্ৰন্থ দ্ৰাবিদ্ৰ্যৰ প্ৰধান হেতু কি আৰু ইয়াৰ প্ৰতিবিধানৰ উপায় কেনে হ'ব পাৰে, ই আমাৰ আজি এক জাতীয় সমস্যা হৈ পৰা নাইনে বাৰু ?

আমাৰ ঘৰুৱা কথাত কেইটামান বিষয় টান বুলি কোৱা হয়। যেনে, মদাৰ গছৰ পাণ পৰা টান, সৰু মানুহক কাবৌ কৰা টান, ন চহকীৰ কাষ চপা টান ইত্যাদি ইত্যাদি। এই আপাহতে আমাৰ সাহিত্য ক্ষেত্ৰতো তিনিটা 'টানৰ' উল্লেখ কৰিব খুজিছোঁ, যেনে—সাহিত্য সৃষ্টি কৰা টান, প্ৰকাশ কৰা টান, প্ৰচাৰ কৰা টান। এই তিনি 'টান'ৰ ভিতৰত কোনটো বেছি টান, তাকো আকৌ থিতাতে কোৱাটো টান হৈ পৰিছে। সি যি কি নহওক, এই বিষয়কেইটাৰ সমাধান হৈ নুঠে মানে আমাৰ কল্যাণ নাই। পাৰোতেনো কোনোটোকে চম্ভালিব নোৱাৰি অসমীয়া শিল্পী-সাহিত্যিক, গ্ৰন্থকাৰ দুই-চাৰিগৰাকীয়ে 'গ্ৰন্থমেধ' যজ্ঞ পাতি স্বস্তিৰ নিঃশ্বাস পেলায় নে ? আত্মানন্দত আত্মহাৰা হৈ বলকিব ধৰেনে—'ইহঁতক এপদ-দুপদকৈ গহনা গঢ়াই, যৌতুক দি, উলিয়াই দিওঁতেই মোৰ সৰ্বস্ব গ'ল, সৰ্বস্ব গ'ল, সৰ্বস্ব গ'ল ………। জ্বলি উঠ, জ্বলি উঠ, গ্ৰন্থমেধৰ অগনি দপ্ দপ্‌কৈ জ্বলি উঠ, অসম আকাশত পোহৰ দে, পোহৰ দে, পোহৰ দে …………"

অনুতাপদগ্ধ শিল্পী-সাহিত্যিকৰ উদ্‌ভ্ৰান্ত মনৰ জুৰণিস্বৰূপে আমি মাথোন ইমানকে ক'ব খোজোঁ- "কালো হ্যয়ং নিৰৱধিবিপুলা চ পৃথ্বী"। সময় অনন্ত, পৃথিৱী বিপুল, বৃহৎ। সময়ত সকলো হৈ উঠিব, চিন্তাৰ কাৰণ নাই, শংকাৰ থল নাই; কিন্তু সাহিত্যিকৰ আশ্ৰয়স্থল লাগে।– "বিনাশ্ৰয়ং ন জীৱন্তি কবিতা ৱনিতা লতা।"

মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য সদৃশ অসমীয়া কালিদাসগৰাকীৰে৷

'বৃত্তমঞ্জৰী' নামৰ বহুমূলীয়া গ্ৰন্থ আৰু তেওঁৰ জীৱনী অনাশ্ৰয়ত লুপ্ত হৈ যাবলৈ ধৰিছিল। ভাগ্যে জানিবা জীৱনীৰচোতা ওলাল, গৱেষক ওলাল। নীলাচল নিবাসী পণ্ডিত কামাখ্যাচৰণ ভট্টাচাৰ্য ব্যাকৰণশাস্ত্ৰী মহোদয়ৰ কঠোৰ পৰিশ্ৰমৰ ফলত আচাৰ্যদেৱৰ কীৰ্তি-কলাপ, জ্ঞান-বিজ্ঞান সকলো কথাই গ্ৰন্থাকাৰে লিপিৱদ্ধ হ'ল।

সঞ্জীৱনীশক্তিৰ প্ৰভাৱত তাহানিতে মৃত ব্যক্তিয়েও পুনৰ্জীৱন লাভ কৰিব পাৰিছিল। অতীত ভাৰতবৰ্ষত গুণী-জ্ঞানী, শিক্ষাবিদ্ সাহিত্যিক, বিদ্যাৰ্থীসৱে, ৰাজ-অনুগ্ৰহত বিপুল আদৰ অভ্যৰ্থনা লাভ কৰি, নিজৰ শক্তি আৰু বিদ্যাবল, বুদ্ধিবলৰ মহিমা প্ৰকাশ কৰিবলৈ বহল ক্ষেত্ৰ পাইছিল। এইখিনিতে পুৰাণ-প্ৰসিদ্ধ 'ভোজ প্ৰবন্ধ' গ্ৰন্থৰ উজ্বল উদাহৰণ এটি উল্লুকিয়াবৰ মন গ'ল। ভোজৰজাৰ নগৰীত মাঘ নামেৰে এগৰাকী অগাধ পণ্ডিত আছিল। এদিন তেওঁ মহাৰাজ ভোজক দেখা-সাক্ষাৎ কৰিবলৈ গ'ল; লগত তেওঁৰ পত্নীও। পত্নীৰ হাতত তেওঁৰ স্বৰচিত কবিতা এফাঁকি পঠিয়াই দি ৰজাৰ তেওঁ গুণ-গান কৰিছে এইদৰে "কুমুদবন সৌন্দৰ্যহীন হয়, পদ্মবনি সৌন্দৰ্যযুক্ত হয়, ফেঁচাই আনন্দ নকৰে, চাকৈ-চকোৱা হৰষিত হয়, চোকাৰশ্মিৰ বেলি ওলায়, জোন ডুবে। হায়! দুৰ্ভগীয়া-জনৰ পৰিণাম আচৰিত!" (মূল সংস্কৃত শ্লোক "কুমুদৱনমপশ্ৰি...... " ইত্যাদি)।

একেটি মাথোন শ্লোকতে সমাপ্ত এনে মধুৰ প্ৰভাত-বৰ্ণনা শুনি ৰজা তন্ময় হৈ পৰিল আৰু মাঘ-পত্নীৰ হাতত তিনি লাখ মুদ্ৰা দান দি ক'লে যে, পাছদিনাখন ৰাতিপুৱা পণ্ডিত প্ৰৱৰক তেওঁ পুনৰ সেৱা-সৎকাৰ কৰি তেওঁৰ মনোবাঞ্ছা পূৰণ কৰিব। মুদ্ৰা হাতত লৈ পণ্ডিত যাবলৈ ধৰিছে। এনেতে দেখে ভিক্ষাৰীবোৰে তেওঁৰ যশ-গৰিমাৰ গুণ-গান কৰিব ধৰিছে। নিমিষতে তেওঁ মুদ্ৰাবোৰ সিহঁতক বিলাই দি অন্ত কৰিলে। পণ্ডিতৰ হাতত অৱশিষ্ট ৰ'লগৈ দেহাৱৰণৰূপী



মাথোন এডুখৰি বস্ত্ৰ। তেওঁৰ এনে অৱস্থা দেখি ভিক্ষাৰী এটাই বচন এফাঁকি মাতিলে এইবুলি—'নদ-নদীসমূহক পানীৰে ওপচাই মেঘ নিজে শূন্য হৈ যায়। পণ্ডিতপ্ৰৱৰ মাঘেও আমাক অৰ্থদান কৰি শেষত নিজে সৰ্বহাৰা হৈ পৰিছে। অথচ, দানৰ হেঁপাহত তেওঁৰ অন্তৰ ব্যাকুল!" তেওঁৰ এনে দুৰৱস্থা দেখি, ভিক্ষাৰীবোৰ যেতিয়া তেওঁৰ ওচৰলৈ নহা হ'ল, তেওঁ প্ৰাণে কান্দিবলৈ ধৰিলে। এইদৰে হা-হুমুনিয়াহৰ মাজতে মাঘ কবিৰ অকালমৃত্যু ঘটিল।

অসম সাহিত্য সভাৰ ছত্ৰচ্ছায়াত আমাৰ সাহিত্যিকসৱে যাতে অকণ জিৰণি পায়, আমি তাকে আশা কৰিলোঁ। অৱশ্যে আত্মবলেহে পৰম বল। আজি সাহিত্য সভা পোনতে নিজে নিজৰ শক্তি সংগ্ৰহ কৰি টনটনীয়া হৈ লওক আৰু তাৰ বাবে যথোচিত উপায় অৱলম্বন কৰক। এই প্ৰসংগত আমাৰ স্মৃতিপটত ভাহি উঠে মহাৰাজ নৰনাৰায়ণৰ চন্দনচ'ৰাত উদ্‌ভৱ হোৱা সাহিত্যৰাজিৰ শতেক ৰঞ্জন-ৰশ্মি; মনত পৰে জনা-নজনা বহুতো সাহিত্যপ্ৰেমীৰ ব্যথা-ভৰা জীৱনৰ অযুত কাহিনী, যিসকলে সেইদিনতে তালপাতত লেখনীৰে এগুটি-দুগুটিকৈ আখৰ বুলাই অক্ষৰ-ব্ৰহ্মৰ উপাসনা কৰিছিল; মনত পৰে "পূৰ্ব কবি অপ্ৰমাদী মাধৱ কন্দলী আদি", যি সৱে

নিৰলে নিভৃত কোন নিজানত বহি,
নিজমনে ৰচি গ্ৰন্থ আপোন কক্ষত,
আত্মভোলা হৈ নিতে হাঁহি কান্দি নাচি,
ৰাখিলে কতনা কীৰ্তি অসমধামত।
আকুল কবিৰ কত ব্যাকুল ৰচনা।
কোনে বুজে কাৰ এনে অন্তৰ বেদনা।

প্ৰায় ডেৰশবছৰীয়া পৰাধীনতাৰ বান্ধ ছিঙি আজি আমি স্বাধীন হৈছোঁ, স্বাধীন ৰাজ্যৰ স্বাধীন নাগৰিকৰূপে আজি আমাৰ মন-প্ৰাণ, পুলকিত হৈ উঠিছে। স্বাধীনতালাভৰ এই কেইবছৰৰ ভিতৰতে

আমাৰ সাহিত্য, কলা-সংস্কৃতিৰ ক্ষেত্ৰত সংস্কাৰ, প্ৰসাৰ আৰু সংবৃদ্ধিৰ যি মোহন ৰূপ দেখিছোঁ, এইবোৰলৈ চাই আমি ন-দি কব পৰা হৈছোঁ যে, আমাৰ গ্ৰন্থ-ৰাজ্যখনৰো ক্ৰমোন্নতি সমাগতপ্ৰায়।

আমাৰ সাহিত্যৰ প্ৰতিটো শাখাৰ উন্নতিৰ বাবে স্বকীয়া স্বকীয়া প্ৰচেষ্টা আৰু পৰিকল্পনাৰ প্ৰয়োজন। গল্প, উপন্যাস, নাট, ইতিহাস, ভূগোল, বিজ্ঞান, অৰ্থনীতি প্ৰভৃতি প্ৰতিটো শাখাৰ উৎকৃষ্ট গ্ৰন্থ-সংখ্যা যাতে বৃদ্ধি হয়, তাৰ বাবে গুৰিধৰোঁতাসকলে মনোনিবেশ কৰিবৰ হ'ল। এই বৃদ্ধি কেৱল সংখ্যাগত হলেই নহ'ব, গুণগত হ'বও লাগিব।

আমাৰ নাট-নাটিকা আৰু সমালোচনামূলক গ্ৰন্থৰ বিষয়ে স্বকীয়াকৈ আৰু এষাৰ ক'ব খুজিছোঁ। আমাৰ নাট্য-সাহিত্যৰ অৱস্থা টনকিয়াল নহয় বুলি কেইবাগৰাকী সাহিত্য-সমালোচকে মাজে-সময়ে মন্তব্য প্ৰকাশ কৰা দেখা যায়। এনে মন্তব্য সঁচাও, মিছাও। সঁচা এইবাবে যে, অসমীয়াত প্ৰকাশিত নাটৰ সংখ্যা প্ৰকৃততে খুব কম; কিন্তু মিছা এইবাবে যে, অসমৰ ৰংগমঞ্চৰ অন্তৰালত হাতেলিখা নাটক বহুতো আছে। প্ৰকৃত কথা হৈছে, নাট্যকাৰে নাট ৰচনা কৰে; শিল্পীসৰে সেই নাটৰ অভিনয় কৰে। অথচ, নাটখন অপ্ৰকাশিত অৱস্থাতে থাকি যায়, হয়তো বহুদিন, নহয় চিৰদিন। নতুবা কোনো প্ৰাকৃতিক দুৰ্যোগত কিছুমান নাট একেবাৰে বিলোপ হৈও যায়। হাতেলিখা নাটৰ প্ৰতিলিপি কৰি মঞ্চাভিনয় কৰাৰ সুবিধাকণো মুদা মৰে, গ্ৰন্থ দেহধাৰণৰ সুবিধাকণো হেৰায়। এনে অপ্ৰকাশিত নাটৰ অভিনয়ৰ যোগেদিয়েই কোনো কোনো শিল্পীদলে শ্ৰেষ্ঠ নাট্যগোষ্ঠীৰ সন্মানো লাভ কৰিছে; কিন্তু প্ৰকাশৰ অভাৱত নাটখন বিচাৰি পাবলৈ নাই। পুথিভঁৰালবোৰত এইবিধ গ্ৰন্থৰ তালিকা নিৰিখতে চাই শেষ কৰিব পাৰি; অৱাৱত সময় খৰচ কৰিব নালাগে।



সমালোচনামূলক গ্ৰন্থ আমাৰ সাহিত্যত সঁচাকৈয়ে নিচেই তাকৰ। ইংৰাজী সাহিত্যৰ আশ্ৰয়বিনে এইবিধ সাহিত্য সৃষ্টিত হাত বুলাবলৈকে টান হৈ পৰিছে। আঙুলিমূৰত লিখিব পৰা মাত্ৰ দুখনমান সৰুসুৰা গ্ৰন্থইহে আজি কোনোমতে কণাৰ লাখুটিস্বৰূপ পঢ়ুৱৈ সমাজক বাট দেখুৱাই আছে; কিন্তু আমাক সুস্থ, বলিষ্ঠ আৰু অধিক বহল দৃষ্টিত ৰচিত গ্ৰন্থ লাগে, নিৰপেক্ষ সমালোচনা লাগে, সমগ্ৰ বিশ্বৰ উচ্চ সমালোচনামূলক বিপুল গ্ৰন্থৰাজিৰ লগত খোজত খোজ মিলাই বাট বুলিব পৰা গ্ৰন্থ লাগে। নিৰপেক্ষ আৰু জ্ঞানপুষ্ট সমালোচনা অতি কষ্টসাধ্য কাম। ধৈৰ্য, সাহস আৰু বিপুল চিন্তাশক্তিৰ অভাৱত এইবিধ সাহিত্যৰ সৃষ্টি সততকাই পাবলৈ টান। বৰ সন্তোষৰ কথা যে, আমাৰ বিশ্ববিদ্যালয় দুখনৰপৰা ইতিমধ্যে গৱেষণা-গ্ৰন্থ কেবাখনো ওলাল আৰু ওলায় আছে; কিন্তু সৰহভাগ এতিয়াও অপ্ৰকাশিত অৱস্থাত থকাটো বিপদজনক। হাড়ক মাটি কৰি, তেজক পানী কৰি, অহোপুৰুষাৰ্থৰ ফলস্বৰূপে যুগুত কৰা এই গ্ৰন্থসমূহ যদি প্ৰকাশৰ অভাৱত কেনেবাকৈ বিলোপ হৈ যায়, ই কম পৰিতাপৰ কথা হবনে? আমাৰ অন্যতম অপূৰণীয় জাতীয় ক্ষতি নহবনে? আশাকৰোঁ আমাৰ প্ৰকাশকসকলে বিষয়টো গভীৰভাৱে চিন্তা কৰি কামফেৰা হাতত ল'বলৈ আওহেলা নকৰে যেন।

বহুধা বিভক্ত সাহিত্যিক ঃ শৰাইঘাটৰ ৰণত ৰামসিংহই অসমীয়া সৈন্যৰ বলবীৰ্য দেখি এইদৰে শলাগিছিল ঃ "প্ৰত্যেক অসমীয়া সেনাই নাও বাব পাৰে, তোপ আৰু হিলৈ মাৰিব পাৰে। জল,স্থল সকলোতে সমান যোদ্ধা, এনে নিপুণ সৈন্য মই ভাৰতবৰ্ষত ক'তো নেদেখিলোঁ।" অসমীয়া সাহিত্যিকসৰৰ ক্ষেত্ৰতো এই উক্তিষাৰৰ সাৰ্থকতা একপ্ৰকাৰে আৰোপ কৰিব পাৰি। একেজন অসমীয়া সাহিত্যিকে গ্ৰন্থ ৰচনা কৰে, প্ৰকাশ কৰে, প্ৰচাৰ কৰে আৰু এই প্ৰসংগত যতবোৰ কাম ওলায়, সেপাকে নিজহাতে সম্পন্ন কৰে।

দেশপ্ৰেম আৰু সাহিত্যপ্ৰেমৰ ৰিজনি দি ক'ব খোজোঁ যে, আজিৰ দিনতো কেইগৰাকীমান আশাসুধীয়া সাহিত্যপ্ৰেমীয়ে স্বাৰ্থ-হীনভাৱে দেহেকেহে লাগি সাহিত্য প্ৰকাশ কৰি নথকাহেঁতেন আজি অসমীয়া সাহিত্যৰ গতি যে কি আৰু কেনে হৈ উঠিলহেঁতেন ক'ব নোৱাৰি। ডিব্ৰুগড়ৰ শিৱনাথ ভট্টাচাৰ্যৰ 'ভট্টাচাৰ্য এজেন্সি,' নলবাৰীৰ হৰিনাৰায়ণ দত্তবৰুৱাৰ 'দত্তবৰুৱা এণ্ড্ কোম্পানী' শিৱসাগৰৰ শিৱ বৰুৱাৰ'সৰস্বতী ষ্টোৰ্চ,' যোৰহাটৰ 'বৰকটকী কোম্পানী,' তেজপুৰৰ 'বি. আৰ্. কলিতা কোম্পানী', নগাঁৱৰ 'ভট্টাচাৰ্য ব্ৰাদাৰ্চ', গুৱাহাটীৰ গোপাল বৰুৱাৰ 'বৰুৱা এজেন্সি,' বিচিত্ৰনাৰায়ণ দত্তবৰুৱাৰ 'লয়াৰ্চ বুক ষ্টল্,' আসাম ট্ৰিবিউনৰ 'সাহিত্য প্ৰকাশ,' 'বাণী প্ৰকাশ,' ( বজালীত ১৯৪৮, গুৱাহাটীত ১৯৫৮ খ্ৰীঃ ) 'নিউ বুক্ ষ্টল্,' 'গ্ৰন্থপীঠ,' 'বুক্‌লেণ্ড্,' 'মণিমাণিক প্ৰকাশ' আদি কেইখনমান পুস্তক প্ৰতিষ্ঠানে বহুতো ন-পুৰণি আৰু আপুৰুগীয়া গ্ৰন্থ প্ৰকাশ কৰি মহৎ কাৰ্য সাধন কৰি আহিছে। এই প্ৰতিষ্ঠানবোৰৰ যোগেদি আমাৰ লুপ্তপ্ৰায় বহুতো গ্ৰন্থ ইতিমধ্যে প্ৰকাশিত হৈ আমাৰ গ্ৰন্থৰাজ্যখনৰ সমৃদ্ধি বৰ্ধনত অৰিহণা যোগাইছে। ইয়াৰ উপৰিও, গাইগুটীয়াভাৱে আমাৰ সাহিত্য-কাণ্ডাৰী বেজবৰুৱা, গোহাঁইবৰুৱা, দণ্ডিনাথ কলিতা, বেণুধৰ শৰ্মা, অতুল হাজৰিকা, প্ৰেমনাৰায়ণ দত্ত প্ৰভৃতি কেইগৰাকীমান সাহিত্য-প্ৰেমীয়ে ৰচনা নিজে প্ৰকাশ কৰি তাৰ প্ৰচাৰৰ বাবেও যথাসাধ্য শ্ৰমদান দি আৰু লাভ-লোকচানলৈ কেৰেপ নকৰি যি এটি মহান আদৰ্শ স্থাপন কৰিলে, সি চিৰস্মৰণীয়।

ইয়াৰ উপৰিও, গুৱাহাটী বিশ্ববিদ্যালয়, ডিব্ৰুগড় বিশ্ববিদ্যালয়, অসম প্ৰকাশন পৰিষদ আদিৰ যোগেদিও বিবিধ গ্ৰন্থ প্ৰকাশ হোৱালৈ লক্ষ্য কৰি, আমাৰ প্ৰকাশপথে যে ক্ৰমান্বয়ে বিস্তৃতি লাভ কৰি আহিব লাগিছে, এই কথা ন-দি ক'ব পৰা হৈছোঁহঁক। আমি এক উজ্জল ভৱিষ্যতৰ বেঙণি দেখিবলৈ পাইছোঁ। বিশ্ববিদ্যালয়ৰ যোগেদি আমাৰ যিবোৰ গৱেষণা গ্ৰন্থ ইতিমধ্যে ডক্তৰেট্ উপাধিৰ বাবে



মনোনীত হৈছে, সেই আটাইবোৰৰ আশু প্ৰকাশ হ'ব লাগে। এনে গ্ৰন্থৰ যোগেদি আমাৰ সাহিত্য আৰু কৃষ্টি-কলাৰ বিভিন্ন শাখাই আন্তৰ্জাতিক গ্ৰন্থজগতত নিশ্চয় একোটি স্বকীয়া স্থান লাভ কৰিব পাৰিব। সেয়ে হলে, অসমীয়া সাহিত্যৰ বিভিন্ন ৰূপৰেখাই সমগ্ৰ পৃথিবীতে জিলিঙনি পেলাব পাৰিব বুলি আমাৰ বিশ্বাস হয়।

ভাঙনিঃ অন্যান্য ঠাইৰ বিশ্ববিখ্যাত গ্ৰন্থসমূহকো, প্ৰয়োজন অনুসৰি অসমীয়ালৈ ভাঙনি কৰি প্ৰকাশ কৰাটো আমাৰ আজি একান্ত প্ৰয়োজনীয় হৈ পৰিছে। অসমীয়া ভাষাৰ সৈতে পোনপটীয়া সম্বন্ধ আছে সংস্কৃত ভাষাৰ। এতেকে, সংস্কৃত ভাষাৰ যিবোৰ বিশ্ববিশ্ৰুত গ্ৰন্থ, তাৰো সোৱাদ অকণ লোৱাৰ সুবিধা আমি বিচাৰোঁ। হুবহু অনুবাদ বা ভাৱানুবাদ এই দুইপ্ৰকাৰে এই কাৰ্য সিদ্ধি কৰিব পৰা যায়। ভৱভূতি, কালিদাস, বাল্মীকি, বেদব্যাস—এইসকল মনীষীয়ে আজি আমাৰ মাজত ব্যাপক স্থান লাভ কৰিব পাৰিছে মাথোন তেওঁলোকৰ ৰচনাসমূহৰ অনুবাদৰ যোগেদি। এইসকলৰ ভিতৰত কিন্তু ভৱভূতিৰ শান্ত, সৌম্য, সুগভীৰ সৌধৰ মাজত আমি আজিও ভালদৰে প্ৰৱেশ কৰিব পৰা নাই মাত্ৰ অনুবাদৰ অভাৱত। সেইদৰে বাণভট্টৰ 'কাদম্বৰী', 'হৰ্ষচৰিত', ভৰতমুনিৰ 'নাটশাস্ত্ৰ' প্ৰভৃতি বিশ্ববিখ্যাত গ্ৰন্থৰ সৈতেও আমাৰ পৰিচয় খুব কম, একমাত্ৰ অনুবাদৰ অভাৱত। সেইদৰে অসমীয়া উৎকৃষ্ট গ্ৰন্থবোৰো আৱশ্যক মতে ইংৰাজীলৈ ভাঙনি কৰাৰ প্ৰয়োজন আহি পৰিছে। আমাৰ ভাঙনি-কোঁৱৰসকল আগবাঢ়ি আহি এই কামত আত্মনিয়োগ কৰিব বুলি আশা ৰাখিলোঁ।

সংহতিঃ আজি আমাৰ দেশ স্বাধীন। সেয়েহে স্বাধীন দেশৰ স্বাধীন নাগৰিকৰূপে আজি উলাহ—আনন্দত আমাৰ তনু-মন সদায় জাগ্ৰত। গতিকে আহক ৰাইজ, আহক মোৰ আই-ভাই, বাই-

ভনী, ইষ্ট-মিত্ৰ, জ্ঞানী-গুণী, আজিৰ এই সাহিত্যতীৰ্থৰ মোহন মন্দিৰত সমৱেত হৈ আমি সমস্বৰে গাঁও অসমৰ জয়গান, ভাৰতৰ জয়গান, বিশ্বৰ জয়গান, চিৰচেনেহী মোৰ ভাষা-জননীক অযুতকণ্ঠে প্ৰণতি জনাওঁ, আমি যেন নিতে নৱ প্ৰেৰণা লৈ প্ৰতিক্ষণে, প্ৰতিদিশে প্ৰগতিৰ পথত আগবাঢ়ি যাব পাৰোঁ, আমাৰ সাহিত্য মন্দিৰত সোণ-ৰূপৰ কলচি লগাই বিশ্বৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰোঁ

— —

## সাংস্কৃতিক সম্মিলন ঃ সভাপতিৰ ভাষণ

শ্ৰীচন্দ্ৰধৰ গোস্বামী

অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া, মোৰ সেৱাৰ থলী সুন্দৰৰ সাধকসকল আৰু সৌন্দৰ্যৰ বেঙণিৰ উমত আনন্দ লাভ কৰিবলৈ সমৱেত হোৱা ৰাইজ!

অভিনয় কলাৰ এজন সাধাৰণ সেৱকক আজিৰ এই মহান দায়িত্ব দি মৰম জনোৱাৰ মাজেদি মৰম জনালে অভিনয় কলালৈ আৰু ইয়াৰ মাজেদি প্ৰেৰণা যোগালে এই কলাৰ সেৱকসকললৈ।

আজিৰ এই অনুষ্ঠানত ছন্দ, সুৰ, নৃত্যৰ গতি আৰু হিল্লোলৰ মাজেদি যি আনন্দৰ সৃষ্টি হ'ব—যাৰ ৰস গ্ৰহণ কৰি আপোনালোকৰ মন আৰু হৃদয়ক আনন্দত আপ্লুত কৰিবলৈ মানসিক প্ৰস্তুতিৰে ইয়াত সমৱেত হৈছেহি, তেনে এটা সময়ত সুৰবিহীন কথাৰে আমনি দিয়াটো যে সমীচীন নহয় তাক মই উপলব্ধি কৰোঁ। আনহাতে কন্যাক নিবলৈ অহা দৰাজনক চকুৰ পানী লুকাই ৰাখি, পদুলিমুখৰপৰা যেনেকৈ মৰম-চেনেহ, শ্ৰদ্ধাৰে আদৰি ৰভাৰ তললৈ নিয়াৰ সুন্দৰ এক ব্যৱস্থা আমাৰ সংস্কৃতিয়ে কৰিছে, সেইদৰে এনে অনুষ্ঠানৰ সৌন্দৰ্য-কুঁৱৰীগৰাকীকো চোঁতালৰপৰা আদৰি আনি আপোনালোকৰ আগলৈ উলিয়াই অনাৰ এটা প্ৰথাও সৃষ্টি হৈছে। এই প্ৰথা আপোনালোকেই সৃষ্টি কৰিছে! আপোনালোকৰ অনুমতিক্ৰমেই আজিৰ সন্ধিয়াৰ সৌন্দৰ্যকুঁৱৰীগৰাকীক আপোনালোকৰ আগলৈ উলিয়াই অনাৰ আগমুহূৰ্তত তেওঁলৈ বুলি মোৰ উপলব্ধিৰ যৎসামান্য বন্দনা।

অভিনয় কলাৰ এজন সাধাৰণ সেৱক হিচাপে ১৯৩২ চনৰপৰা আজিলৈকে নানা চৰিত্ৰৰ অভিনয় কৰোঁতে চৰিত্ৰৰ আশা-আকাংক্ষা, সুখ-দুখ, হাঁহি-কান্দোনৰ নানা ৰূপবোৰ উপলব্ধি কৰিবলৈ চেষ্টা কৰোঁতে মনত এটাই উপলব্ধি হৈছে। শিল্পীৰ সৃষ্টিৰ মূল লক্ষ্য আৰু কথা হ'ল মানুহক আনন্দ দি মানুহৰ মংগল আৰু কল্যাণ সাধন কৰা।

নিজৰ মাটিখিনিৰ চাৰিসীমাত ভালকৈ বেৰ দি সীমা সুনিৰ্দিষ্ট কৰি মানুহে যেনেকৈ নিশ্চিত হয়, প্ৰত্যেকজন মানুহে তেনেদৰে জীৱনকো চাৰিওফালৰপৰা নিৰ্দিষ্ট আৰু নিৰাপদ সীমাৰ মাজত বান্ধি ৰাখি নিৰুদ্বেগ হ'ব খোজে।

কিন্তু মানুহৰ আটাইতকৈ ডাঙৰ ট্ৰেজেডি হ'ল সেই অৱস্থাৰ কোনো ৰকমেই সন্তৰ কৰি তুলিব নোৱাৰাত, মানুহৰ মন আৰু বুদ্ধিয়ে উপলব্ধি আৰু অভিজ্ঞতাৰ নতুন সীমা ৰেখা বিচাৰি দিগন্তৰ ফালে আগবাঢ়ি যায়। এই যে, এটা সীমা ৰেখা ভাঙি, সেই সীমাৰ বন্ধনৰপৰা মুক্ত হৈ যোৱাৰ হেঁপাহ আৰু হাবিয়াস সেয়ে মানুহক মহত্বৰ ফালে, মহাসৌন্দৰ্যৰ ফালে আগুৱাই লৈ গৈছে। গৈ থাকোঁতে বাটে বাটে সৃষ্টি কৰিছে নতুন জীৱনবোধ আৰু সেই জীৱনবোধ বা দৰ্শনে সৃষ্টি কৰিছে নতুন সভ্যতা বা সংস্কৃতি। এনেভাৱে সৃষ্টি হোৱা সংস্কৃতিৰ ৰূপ-চিন্তা, প্ৰকাশ, দিক্‌দৰ্শন আৰু জীৱনধাৰাৰ প্ৰকাশৰ আহিলা শিল্প-সাহিত্যৰ মাজেদি ফুটি উঠে তেনে এক সংস্কৃতিৰ ৰূপতো। সেই ৰূপ ফুটাই তুলি তাৰ ওপৰত ভৰি দিয়েই মনীষাই সপোন দেখে অনাগত এক নতুন সংস্কৃতিৰ, যিটোৰ ৰূপ লয়গৈ হয়তো আন এটা যুগত।

সৌৰজগতৰ ক্ৰমবিকাশৰ ধাৰাত পৃথিৱীৰ বুকুত এককোষী প্ৰাণীৰ পৰা বহুকোষী জীৱ মানুহলৈ ৰূপান্তৰ এটা চমকপ্ৰদ ঘটনা। মানুহ



হ'ল মনোজীৱক প্ৰাণী। মানুহৰ মনটো ক্ৰম বিবৰ্তনৰ এক বিশেষ পৰ্যায়ত মনৰ ভাৱ প্ৰকাশৰ ৰীতি নতুন পদক্ষেপেৰে আগবাঢ়িছিল। মানৱ সংস্কৃতিৰ সূচনা সেইদিনাই হৈছিল, যিদিনা ভাষাক আশ্ৰয় কৰি মনক সঞ্চালিত কৰিবলৈ মানুহ সক্ষম হৈছিল। সবল অনুভৱৰদ্বাৰা পৰিচালিত হোৱা আদিম মানুহৰ মনটো এই বিৱৰ্তনৰ মাজেদি আহি আজিৰ মনটো হৈছেহি, যিটো মন হ'ল প্ৰকৃতবাদী আৰু বিশ্লেষণ-বিলাসী।

এই আজিৰ পৈণত মনৰ মানুহৰ মাজত দুটা সত্তা আছে। এটা "বিশেষ", আনটো "সাধাৰণ বা সামান্য"। "বিশেষ" অৱস্থাত যি আনৰপৰা বিচ্ছিন্ন সামান্য বা সাধাৰণ অৱস্থাত সি সকলোৰে লগত এক। যেতিয়া পাঠক দৰ্শক, বা শ্ৰোতাৰ ওচৰত বিশেষ বিভাৱ, অনুভাৱ আদি উপস্থিত হয় তেতিয়া এটা অৱস্থাৰ সৃষ্টি হয়, যিটোক কোৱা হয় "সাধাৰণীকৃতি"। এই অৱস্থাটোৰ মাধ্যমেৰে বা এনে এটা অৱস্থাত বা সময়ত কাব্যত বৰ্ণোৱা বা মঞ্চত পৰিৱেশন কৰা ভাৱ, পাত্ৰ-পাত্ৰী আদিৰ লগত পঢ়োঁতা বা দৰ্শকৰ আত্মাৰ কোনো এক অংশৰ একাত্মতা জন্মে। মমেতি বোধৰ জন্ম হয় অৰ্থাৎ হৃদয়ত তেনে ভাৱ তৰংগৰ সৃষ্টি হয়, যিটো "পৰস্য ন পৰস্যেতি, মমেতি চ মমেতি ন"। পৰৰ অথচ পৰৰ নহয়, মোৰ অথচ মোৰ নহয়। এই অৱস্থাৰ মাজেদিয়েই আমি ৰস গ্ৰহণ কৰি আনন্দ লাভ কৰোঁ।

মানুহৰ মনটো এটা গতিৰ মাজেদি গৈ থাকে। যেতিয়ালৈকে এই গতিয়ে বাধা নাপায় তেতিয়ালৈকে মনে আনন্দ পায় থাকে। যেতিয়াই আৰু য'তে এই গতিয়ে বাধা পায় তেতিয়াই মনে বেদনা অনুভৱ কৰে আৰু বেদনাক অতিক্ৰম কৰিবলৈ মনত এটা হাবিয়াস জন্মে। এই হাবিয়াসকে কেন্দ্ৰ কৰি মানুহৰ মনত সৃষ্টি হয় নানা ঘাত-প্ৰতিঘাত, সংঘাত। এনে সংঘাতৰ নানা ৰূপবোৰক ভাষাৰ

ব্যঞ্জনাৰে, কাব্যিক ৰসৰে তিয়াই শিল্পীয়ে-সাহিত্যিকে সৃষ্টি কৰে কবিতা, নাটক, উপন্যাস, গীত, নৃত্য, চিত্ৰ।

ভাৰতৰ বুকুত যি মংগলময় মহান সংস্কৃতিয়ে জন্ম লৈছিল, সি ইমান এক সুমহান মনৰ শক্তি লাভ কৰিছিল যে সেই ঋক্ বেদৰ দিনতে ভাৰতৰ সংস্কৃতিয়ে প্ৰাৰ্থনা কৰিছিল ঃ

"সমানী ব আকূতিঃ সমানা হৃদয়ানি বঃ।
সমানমস্তু বো মনো যথা বঃ সুসহাসতি॥" ঋক্ ১০।১৯১

তোমালোকৰ অভিপ্ৰায় এক হওক, তোমালোকৰ হৃদয় এক হওক, তোমালোকৰ মন এক হওক, তোমালোকে যেন সৰ্বাংশত সম্পূৰ্ণ-ৰূপে ঐক্য লাভ কৰিব পাৰা।

ইয়াৰ লগতে এক মহীয়ান প্ৰাৰ্থনা কৰিছিল ঃ

"দৃতে দৃহং মা মিত্ৰস্য মা চক্ষুষা সৰ্ব্বাণি ভূতানি সমীক্ষন্তাম্
মিত্ৰস্যাহং চক্ষুষা সৰ্ব্বাণি ভূতানি সমীক্ষে
মিত্ৰস্য চক্ষুষা সমীক্ষামহে॥" শুক্ল যজুঃ।

হে পৰমেশ্বৰ, মোক এনেভাৱে দৃঢ় কৰাঁ যেন সকলো প্ৰাণীয়ে মোক মিত্ৰদৃষ্টিৰে দৰ্শন কৰে, মই যেন সকলো প্ৰাণীকে মিত্ৰৰ দৃষ্টিৰে দৰ্শন কৰোঁ। আমি যেন পৰস্পৰক মিত্ৰভাৱে দৰ্শন কৰোঁ। এয়ে ভাৰতৰ আত্মাৰ বাণী।

প্ৰকৃতিৰ বুকুত জন্মলোৱা মানুহে চাৰিওফালে চাই পঠিয়ালে। নীল আকাশ, সূৰ্যৰ উদয় অস্তৰ হেঙুলী বৰণে সৃষ্টি কৰা মোহময় ৰূপ, গছ-লতা, তৰু-তৃণ, পশু-পক্ষীৰ নানা ৰূপ, নানা ৰং। প্ৰকাশৰ নানা ভংগী। গছৰ গাত সাৰটি ধৰি লতা ওপৰলৈ বগাই গৈছে। বতাহত লৰা গছৰ তালে তালে লতাৰ বিভিন্ন ভংগী এইবোৰেই মানুহৰ মনলৈ আনে সৌন্দৰ্যৰ হেঁপাহ। তাৰ মনে বিচাৰি ফুৰে এই সৌন্দৰ্যৰ সৃষ্টিকাৰী সুন্দৰ কোঁৱৰজন কোন? কি অনুভূতিৰ মাজেদি ইয়াৰ প্ৰকাশ? ভাৰতৰ মনীষাই বোধিৰ (Intuition)



দ্বাৰা এদিন প্ৰত্যক্ষভাৱে অনুভৱ কৰিলে—

"বেদাহমেতমজৰং পুৰাণং সৰ্ব্বাত্মানং সৰ্ব্বগতং বিভুত্বাৎ"। মই জানিলোঁ এওঁক, এওঁ অজৰ, পুৰাতন, সৰ্বাত্মা, বিভুৰূপে সকলোতে বিদ্যমান। ইয়াৰ অনুভূতি কি—

"আনন্দৰূপমমৃতং যদ্বিভাতি।" যি আনন্দৰূপে, অমৃতৰূপে প্ৰকাশমান।

আনন্দময় অমৃতলাভৰ চেষ্টা, ফুলাৰ, মন্ত্ৰত জীৱনৰ হাঁহি বাঁহী জগাই তুলিবলৈ সুন্দৰ কোঁৱৰক বিচাৰি যাওঁতে সৌন্দৰ্যৰ ৰেঙণি-বোৰক ধৰি তাৰ বোলত নিজৰ মনক বোল দি সেই মহাসৌন্দৰ্যৰ মাজত বিলীন হৈ যোৱাৰ প্ৰচেষ্টাই মানুহে কৰি আহিছে মানৱ প্ৰগতিৰ দীৰ্ঘ বাটছোৱাত। এই গোটেই তত্ত্বটি একেষাৰ কথাতে প্ৰকাশ কৰিছে খনিকৰৰ কবি শ্ৰদ্ধেয় ৺চন্দ্ৰকুমাৰ আগৰৱালাদেৱে—

"সুন্দৰৰ আৰাধনা জীৱনৰ খেল।"

এই খেলেই মানুহে খেলিবলৈ চেষ্টা কৰি আহিছে যুগে যুগে, দেশে দেশে, খেলে খেলে।

ভাৰতৰ মনীষাই মানৱ জীৱনৰ সুষ্ঠতাৰ, পূৰ্ণতাৰ যি কল্পনা কৰিছিল তাৰ সুন্দৰ প্ৰকাশ দেৱী সৰস্বতীৰ মাজেদি। সৰস্বতীৰ এহাতে কিতাপ আনহাতে বীণ। এহাতে থূপ খাই থকা যুগৰ অভিজ্ঞতা, আনহাতে সুৰ, ছন্দ, তাল, গতি। সৰস্বতীৰ এই কল্পনাৰ মাজত মোৰ উপলব্ধি এয়ে যে এই অভিজ্ঞতাৰ ভেঁটিত থিয় দি আমাৰ মন, বুদ্ধিক জ্ঞানৰ জেউতিৰে বোল দি জীৱনৰ মাজলৈ ছন্দোময় সুৰ, তাল, গতিৰ সমতাৰ সমন্বয় আনি সমতালৰ গতিত জীৱনক নিয়ন্ত্ৰিত কৰিহে পূৰ্ণতাৰ বাটেদি আগবাঢ়ি যোৱা সম্ভৱ। ব্যক্তিগত জীৱনক এই সমন্বয়ৰে সংযত কৰি সুন্দৰৰ সাধনাত ৰত হোৱাৰ লগে লগে সমাজ জীৱনতো এই সমন্বয়ৰ বোল লাগি এখন সুস্থ, সবল, সুন্দৰ সমাজ গঢ় লৈ উঠা সম্ভৱ হৈ পৰে।

সৰস্বতীৰ বৰ্ণ আৰু পৰিচ্ছদ শুভ্ৰ। শুভ্ৰ ৰং নহয়। ই শুচিতা আৰু পৱিত্ৰতাৰ প্ৰতীক। এই শুভ্ৰৰ ওপৰত যি ৰঙৰ বোল দিয়া

যায় সেই ৰঙেই তাৰ গাত ফুটি উঠে। শিল্পীৰ কাম হ'ল মানুহৰ অন্তৰত লুকাই থকা শুচিতা আৰু পৱিত্ৰতাৰ শুভ্ৰতাখিনিৰ ওপৰত জ্ঞানৰ জেউতি ৰঙৰ বোল দি মানুহৰ জীৱনলৈ ছন্দোময় গতিৰে সমন্বয় সানি সৌন্দৰ্যৰ জোনাকি বাটটোৰেদি আগবাঢ়ি যোৱাত সহায় কৰা। সেয়ে মানুহৰ সমাজৰ আনন্দ, মংগল, কল্যাণ আৰু ব্যাপ্তিৰ বাবে শিল্পীৰ প্ৰয়োজন। এই প্ৰয়োজনৰ কাৰণেই শিল্পীৰ দায়িত্বৰ গুৰুত্ব বৰ বেছি।

মানুহে যদিও প্ৰকৃতিৰ বুকুত দেখা সৌন্দৰ্য'ৰ বাবেই সুন্দৰ কৌতুৰ-জনক বিচাৰি গৈছিল তথাপি মানুহে সৃষ্টি কৰা সৌন্দৰ্যৰাশি কিন্তু প্ৰকৃতিৰ অকল অনুকৰণ নহয়। সৌন্দৰ্যৰ সৃষ্টিৰ কাৰণে যি Symetry আৰু Harmony অপৰিহাৰ্য সি আমাৰ মনৰ মণিকোঠাত সৃষ্টি হোৱা নিজস্ব বস্তু। আমাৰ অবচেতন মনত গোটখাই থকা নানা বস্তু আৰু ঘটনাৰ গঠন, আকৃতি, ৰং-ৰূপ, ক্ৰিয়া আদিৰ প্ৰতিচ্ছবিৰ ভঁৰালটোৰপৰা বস্তু আৰু কাৰ্যকাৰণ নিৰ্বাচন কৰি শিল্পীয়ে গভীৰ ধ্যানেৰে এটা নিজস্ব ৰূপ দি সৌন্দৰ্য (Beauty) বা art ৰ সৃষ্টি কৰে। ই শিল্পীৰ নিজস্ব সৃষ্টি। এই নিৰ্বাচনত লাগিব বোধ, জ্ঞান, গভীৰ অনুভৱ শক্তি আৰু উপলব্ধি (Perception)ৰ; লগতে লাগিব যুক্তিপূৰ্ণ সাৰ নিৰূপণ (Logical analysis)। এই সৌন্দৰ্য (Beauty)ৰ সৃষ্টিৰ পিছত আৰু এটা অৱস্থা আহি পৰে সি হ'ল লাৱণ্য (Grace), সৌন্দৰ্য হ'ল Harmony of proportion বা সমতাৰ ঐক্য। লাৱণ্য হ'ল মানুহৰ অন্তৰৰ প্ৰকাশ। লাৱণ্য মানুহৰ অন্তৰৰ গভীৰ অনুভূতি, অন্তৰৰ শুভ্ৰতা, পৱিত্ৰতা আৰু পৰমাৰ্থিকতা। সৌন্দৰ্য আৰু লাৱণ্যৰ সুষ্ঠ সমন্বয়ৰ মাজেদি প্ৰকাশিত হয় মহতী সৌন্দৰ্য বা art।

আত্মাৰ বিকাশেই হৈছে art. ভাৱৰ সুষ্ঠ অভিব্যক্তি হৈছে সৌন্দৰ্য। ইটালীয় সৌন্দৰ্যৰ উপাসক পেগানোৱে কৈছে, প্ৰকৃতিৰ ভিতৰত যি সৌন্দৰ্য বিচ্ছিন্নভাৱে আছে তাক সংহত কৰাই আৰ্ট। এই



সৌন্দৰ্যক উপলব্ধি কৰিব পৰা শক্তিয়েই হ'ল ৰুচি আৰু এই দুয়োকে একত্ৰীভূত কৰি সংহত কৰাৰ শক্তি হ'ল আৰ্টৰ প্ৰতিভা। Ruskin এ কৈছে : 'All great art is the expression of man's delight in god's work, not his own". Michael Angelo এ কৈছে "The true work of Art is but a shadow of the devine perfection." অমৰ ছবি মনালিছাৰ হাঁহিৰ স্বৰ্গীয় মাধুৰ্য এবাৰ মনলৈ আনক। টলষ্টয়ে কৈছে— "To evoke in oneself a feeling one has once experienced and having evoked it in oneself then by means of movements, lines, colours, sounds of forms expressed in words, so to transmit that feeling that other experience the same feeling—that is the activity of art". তেন্তে Art বা শিল্প-কলাৰ নূনতম সংজ্ঞা হ'ল মহত্তৰ সত্যক কল্পনাৰ ৰঙৰে বোল দি প্ৰকাশ কৰাটো। এই সৌন্দৰ্য অনুভূতিৰ ভিতৰত থাকে সৃষ্টিৰ স্পৃহা। মুক্তমনে তাৰ ইচ্ছামতে কল্পনাৰ জাল গুঁথি সৌন্দৰ্যৰ সৃষ্টি কৰে। প্ৰাকৃতিক সৌন্দৰ্যৰপৰা শিল্পৰ সৌন্দৰ্যৰ এইখিনিতেই প্ৰভেদ আৰু শিল্পীৰ স্বতন্ত্ৰতা। হেগেলৰ মতে "শিল্পৰ সৌন্দৰ্য—সৃষ্টি কৰা সৌন্দৰ্য মনৰ নতুন জন্ম। যি পৰিমাণে প্ৰকৃতি আৰু প্ৰাকৃতিক ঘটনাৰপৰা আত্মা আৰু আত্মিক সৃষ্টি ডাঙৰ, সেই পৰিমাণেই প্ৰাকৃতিক সৌন্দৰ্যতকৈ শৈল্পিক সৌন্দৰ্য মহত্তৰ।" শিল্পৰ যোগেদি অকল পঞ্চ ইন্দ্ৰিয়কে তৃপ্তি দিয়াত ক্ষান্ত নাথাকি ইন্দ্ৰিয়গ্ৰাহ্যৰ অতীত আৰু কিছু আমাক দিব লাগে যি অনিৰ্বচনীয়। ৰবীন্দ্ৰনাথে প্ৰয়োজনৰ এই অতিৰিক্ত কণকেই কৈছে "সৌন্দৰ্য" বুলি। তেন্তে দেখা গ'ল পাশ্চাত্য আলংকাৰিক আৰু মনীষীসকলে কৈছে যে সৌন্দৰ্যানুভূতিয়ে অলৌকিক জগতৰ সন্ধান দিয়ে। ভাৰতীয় সংস্কৃতিয়েও অনিৰ্বচনীয় ব্ৰহ্মকেই সত্য, শিৱ, সুন্দৰ বুলি কৈছে। আৰ্টে এই চিৰ সুন্দৰকেই নানাভাৱে ব্যক্ত কৰি আহিছে।

ভাৰতৰ বুকেদি বহু দুৰ্যোগ পাৰ হৈ গৈছে। বহু বিজেতাই ভাৰত, বিশেষকৈ উত্তৰ ভাৰত অধিকাৰ কৰি ৰাজত্ব কৰি গৈছে। তেওঁলোকে লগত আনিছিল বিচিত্ৰ সংস্কৃতি; কিন্তু ভাৰত এক প্ৰাণময় মহতী সংস্কৃতিৰ বলত শক্তিমান হৈ থকাৰ ফলত ভাৰতৰ চিৰ সেউজী সংস্কৃতিয়ে এই সংস্কৃতিবোৰ গ্ৰহণ কৰি তাক নিজৰ সংস্কৃতিৰ মাজত লীন নিয়াই ভাৰতীয় ৰূপত ন প্ৰকাশ ঘটাইছিল। এনেভাৱে গঢ়ি উঠা সংস্কৃতিৰ মাজেদিও ভাৰতৰ নিজস্ব সত্তা আৰু আত্মাৰ বাণী মূৰ্ত হৈ আছিল।

বিশাল ব্ৰহ্মপুত্ৰক বুকুত লৈ ওখ-চাপৰ পৰ্বতমালাক শিৰত লৈ থকা অসমৰ মানুহখিনিৰ মাজতো গঢ়ি উঠিছিল এক অপূৰ্ব সংস্কৃতি। এই সংস্কৃতিৰ প্ৰাণ-বস্তু আছিল প্ৰাণৰ উচ্ছলতা, মনৰ সবলতা, প্ৰেম-প্ৰীতিৰে ভৰপূৰ এখন অন্তৰ। গতি আছিল মোহময়, লাস্যময়। গছ-বনৰ নাচোনৰ ভংগীত, নৈ-জুৰিৰ তৰংগিত গতি আৰু সোঁ-সোঁৱনি সুৰৰ মাজত সৃষ্টি হৈছিল ইয়াৰ সংগীত নৃত্যৰ। কঁহুৱা ফুলৰ মাজত সৃষ্টি হোৱা সৌন্দৰ্যৰাশিৰ মাজত উমলি ফুৰি সৃষ্টি কৰিছিল গীত, অন্তৰৰ প্ৰেম-প্ৰীতি দি কাব্যিক ৰসেৰে তিয়াই। পোছাক-পৰিচ্ছদত নানা ৰং, মৌসনা মাত, সুন্দৰ ৰুচিবোধ, সকলোকে সামৰি ল'ব পৰা এখনি মৰমী বহল অন্তৰৰ মাজেদি প্ৰকাশ পাইছিল ইয়াৰ স্বকীয়া বৈশিষ্ট্য। যি আৰ্য সংস্কৃতি অসমৰ বুকুলৈ আগবাঢ়ি আহিছিল, সি বেদৰ সনাতন ধৰ্মৰ সংস্কৃতি নাছিল। দ্ৰাবিড়, অষ্ট্ৰিক আদিৰ সংস্কৃতিৰ লগত বেদৰ সংস্কৃতিৰ মিলন ঘাটি যি এক নতুন সংস্কৃতি বা হিন্দু ধৰ্মৰ গঢ় লৈ উঠিছিল, যাক জ্যোতিপ্ৰসাদে কৃষ্ণ সংস্কৃতি বুলিছিল সেই সংস্কৃতিহে আগবাঢ়ি আহিছিল অসমৰ সংস্কৃতিক জয় কৰিবলৈ; কিন্তু বিজয়ৰ পৰিবৰ্তে অসমৰ মোহনীয়া সংস্কৃতিৰ ৰূপত ভোল গৈ ঘটিল মিলন। মিলন সমন্বয়ৰ মাজেদি গঢ়ি উঠিল এক অপূৰ্ব সংস্কৃতি, যিটোক জ্যোতিপ্ৰসাদে কলে পূৰ্ব ভাৰতীয় সংস্কৃতি।



এটা জাতিৰ ৰাজনৈতিক পৰাধীনতাতকৈও সংস্কৃতিৰ দৈন্যতা বেছি ভয়াৱহ। সাংস্কৃতিক দৈন্যতাত জাতিটোৰ মনীষা নোহোৱা হৈ পৰে আৰু তাৰ স্বকীয়া সত্তাটো সম্পূৰ্ণ হেৰায় যায়।

নিজৰ সংস্কৃতিৰ শ্ৰীবৃদ্ধি আৰু ব্যাপ্তিৰ কাৰণে নিশ্চয় সংস্কৃতিৰ বিনিময় হ'ব। বিনিময়ত জাহ যোৱাৰ পৰিবৰ্তে জীণ নিয়াব পৰা শক্তিৰ সামৰ্থ্যৰ ওপৰতহে নিজস্ব প্ৰকাশ সম্ভৱপৰ। গাত ম'ৰাপাখী আঁৰি যেনেকৈ ম'ৰা হ'ব নোৱাৰি, তেনেকৈ নিজৰ শক্তি আৰু মনীষা নহলে আনৰপৰা ধাৰ কৰি অনা বস্তুৰে সজায় আমাৰ সংস্কৃতিৰ স্বকীয়া বৈশিষ্ট্য ৰক্ষা কৰা সম্ভৱ নহয়; কিন্তু যিখিনি সম্ভাৰেৰে আমাৰ সংস্কৃতিৰ বৈশিষ্ট্যতা প্ৰকাশ পাইছে সি লোপ পাব। এই বৈশিষ্ট্য লোপ পোৱাৰ পিছত আমাৰ চিন কি হ'ব?

এনে এক দৈন্যতাৰ সময়ত অসমৰ বুকুত ফুলি উঠিছিল এটি মহামনীষা, যি মনীষাই জাতিটোৰ মাজলৈ আনিছিল এক নতুন জোৱাৰ। গীতে-মাতে-সাহিত্য-সংগীতেৰে জাতিটোৰ প্ৰাণৰ সুঁতি এক প্ৰবল সোঁতেৰে বোৱাই দিছিল। এই মহামনীষা হ'ল শ্ৰীমন্ত শংকৰদেৱ। কৃষ্ণ সংস্কৃতিৰ মুকুতাখিনি বুটলি আনি জনসাধাৰণে ল'ব পৰাকৈ জনসাধাৰণে বুজা ভাষাৰ মাজেদি জনতাৰ কোলাত দিলে। নানা দেশৰ নানা ললিত ক'লা আহৰণ কৰি অসমৰ সংস্কৃতিৰ থলুৱা সাঁচত ন গঢ় দি জনতাক দিলে জনতাৰ সাংস্কৃতিক জীৱনক নতুন পোহৰেৰে উদ্ভাসিত কৰিবলৈ, অসমৰ স্বকীয়া, সত্তাটোৰ ৰূপটোক পূৰ্ণভাৱে ৰক্ষা কৰি।

আৰু এক মনীষাৰ সৃষ্টি হ'লঃ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ। আমাৰ আগত দাঙি ধৰিলে আমি পাহৰি যোৱা পূৰ্ব ভাৰতীয় সংস্কৃতিৰ উজ্বল ৰূপটো, এই সংস্কৃতিৰ বুকুত লুকাই থকা অফুৰন্ত সম্ভাৰ জাতিটোক আকৌ নিজৰ প্ৰতিভাৰে নসংস্কৃতিৰ গঢ় দিবলৈ

প্ৰেৰণা যোগালে—মহাসৌন্দৰ্যৰ ৰেঙণিবোৰ ধৰি আমাৰ অন্তৰত সানি দি আমাৰ অন্তৰ উদ্‌ভাসিত কৰি তুলিলে। আজীৱন বিপ্লৱ কৰি গ'ল, যুঁজ কৰি গ'ল, জনতাৰ মুকুতি আৰু প্ৰগতিৰ কাৰণে দি গ'ল শিল্পীৰ পৃথিবীৰ চানেকি। ভাৰতীয় দৰ্শনে উপলব্ধি কৰা অমৃতময় আনন্দ ৰূপটো অসমীয়া মনেৰে ধৰি অসমৰ নিজস্ব ৰূপত প্ৰকাশ কৰি গ'ল :

"সৌ আকাশত নীহাৰিকা উৰে
কত জীৱন কত ৰূপৰ
কত গুণৰ
বৰ্ণ গন্ধ গানৰ সুৰৰ
প্ৰকাশ প্ৰেৰণা
মাটি পানীৰে ৰূপ ল'বলৈ
বিশ্ব ভুৱনে ঘূৰে।
তাত আশাই কান্দে
ভাষাই কান্দে
তাত হাঁহিয়ে
ওঁঠ বিচাৰি মৰে
তাত মযো আছিলোঁ
মই হ'বলৈ বৈ,
তাত তোকো দিছিলে
নসজাকৈ
নগঢ়াকৈ থৈ ;
তাত সুন্দৰে যে ফুলাৰ মন্ত্ৰ
অহোৰাত্ৰি মাতে
সেইহে আজি ইমান ফুল
প্ৰভাতে প্ৰভাতে।



সেই মন্ত্ৰ শুনি ৰূপত পালো সাৰ
সেই মন্ত্ৰ শুনি
মোৰ লগৰী
হাঁহি জাগিল
মোৰ জীৱনৰ বাঁহী জাগিল
জাগিলে সংসাৰ।"

গভীৰ অনুভূতি, উপলব্ধি আৰু বোধৰে নিৰত সাধনা নহলে কোনো কলাৰ ৰূপ ধাৰণ আৰু আয়ত্ত কৰা সম্ভৱ নহয়। হয়তো মোৰ ভুল হ'ব পাৰে, তথাপি মোৰ এটা অনুভূতি হৈছে যেন আমাৰ এই ঐকান্তিক সাধনাৰ ক্ষেত্ৰত দৈন্যতা আহি পৰিছে। আমি যেন সাধনালব্ধ সৃষ্টিৰ পৰিবৰ্তে সহজলভ্য প্ৰচাৰৰ প্ৰতি বেছি আগ্ৰহশীল হৈ পৰিছোঁ। বোধহয় এই কাৰণেই আমাৰ সুকুমাৰ কলাই নিজস্ব ৰূপত ন প্ৰকাশৰ ঠাইত আনৰপৰা সহজলভ্য বস্তুসম্ভাৰ আনি নিজকে সজাই বৰ কিবা এটা কৰিছোঁ বুলি তালফাল কৰি জনতাক সেইবোৰ গ্ৰহণ কৰিবলৈ জোৰ কৰিছোঁ নতুন যুগৰ প্ৰয়োজনৰ সৃষ্টি বুলি। যুগৰ প্ৰয়োজনত নতুন সৃষ্টি নিশ্চয় হ'ব ; কিন্তু সি হ'ব লাগে আমাৰ ঐতিহ্যৰ ভেঁটিত।

আৰু এটা কথাত গভীৰ বেদনা অনুভৱ কৰিছোঁ। আমাৰ সকলোৰে শুভকামনা লৈ জ্যোতিপ্ৰসাদে দি যোৱা সৌন্দৰ্যৰ ভেঁটিত থিয়দি আমাৰ সংস্কৃতিক আৰু জ্যোতিৰ্ময় কৰি তোলাৰ প্ৰচেষ্টা হাতত ল'বলৈ গঠিত হোৱা শিল্পী দিৱস কমিটীৰ আয়োজনত পোহৰৰ ঠাইত আন্ধাৰৰ ছাঁ পৰাত। এই প্ৰচেষ্টাৰ ফল হিচাপে ১৭ জানুৱাৰীত গুৱাহাটীত যি সাংস্কৃতিক অনুষ্ঠান পতা হয় তাত বেছিখিনি হয় হিন্দী ফিল্মৰ শুনি থকা গীতৰ অশুদ্ধ উচ্চাৰণ আৰু ঢঙৰ পৰিৱেশন। কলিকতাৰপৰা অনা শিল্পীক লৈ ব্যস্ততা, প্ৰচুৰ অৰ্থৰ খৰচ, আনহাতে সন্মান যাচিবলৈ মাতি অনা অসমীয়া শিল্পীসকলৰ থকা-মেলাৰ, বহাৰ

আয়োজন কৰা দূৰে থাওক এযাৰ মাত দি সামান্য শিষ্টাচাৰকণৰো প্ৰকাশ কৰাৰ য'ত অভাৱ দেখোঁ তেতিয়াই মনলৈ আহে এই দৈন্যতাৰ বিক্তৃতাৰ শক্তিহীনতাৰ ভাৱ। এয়া মোৰ অভিযোগ বা খেদ নহয়। মনৰ অনুভূতিক দাঙি ধৰিলোঁ। আপোনালোকে খন্তেকলৈ হলেও অকণমান চিন্তা কৰিব এই ভৰসাত। বংগদেশত কবি সপ্তাহত তাৰ মানুহে এনে কথা ভাৰিব পৰা নাই আৰু এনেভাৱে ৰবীন্দ্ৰ দিৱস পালনো কৰা নাই।

আমি যিমানেই পোলাও, কালিয়া কোপ্তা খায় আনন্দ নাপাওঁ কিয় আমাৰ নিজস্ব টেঙাজোলকণে, খাৰৰ আঞ্জাকণে আনন্দ দিয়াৰ লগতে দিয়ে মনত এক তৃপ্তি। আনন্দৰ ওপৰঞ্চি এই তৃপ্তিয়েই হল আত্মাৰ সন্তুষ্টি আৰু এই সন্তুষ্টিৰ মাজেদিয়েই আৰ্টৰ মহত্ব প্ৰকাশিত হয়। এই তৃপ্তিদান কৰিব পৰাৰ সাধনাই শিল্পীৰ জীৱনৰ লক্ষ্য আৰু কাম।

সংস্কৃতিয়ে মহতৰপৰা মহত্বলৈ আগবাঢ়ি যাবলৈ লাগে এটা শান্তিৰ, সুস্থিৰতাৰ পৰিৱেশ। লাগে ৰাজনৈতিক স্থিৰতা আৰু অৰ্থনৈতিক সমতা। সমাজৰ সৰহখিনি মানুহ যদি জীৱন ধাৰণৰ নিম্নতম সমলৰ পৰা বঞ্চিত হয় তেন্তে সংস্কৃতিৰ ভেঁটি বহল হ'ব নোৱাৰে। ভেঁটি বহল নহলে সংস্কৃতি উচ্চলৈ গতি কৰিব নোৱাৰে। নিদাৰুণ দৰিদ্ৰ-তাই মানুহে যুগ যুগ ধৰি সৃষ্টি কৰা ৰীতি, নীতি, ৰুচিবোধ আৰু স্নেহ, দয়া-মমতা আদি মানৱীয় গুণৰাশিক ধ্বংস কৰি সংস্কৃতিকো লগতে তললৈ নমাই আনে। এই গোৱালপাৰাতেই হৈ যোৱা দুৰ্ভিক্ষই এই ৰূপটো আমাক দেখুৱাই দিছে। আনহাতে মুষ্টিমেয়ৰ হাতত সম্পদ থুপ খালে আৰু বেছি সংগ্ৰহৰ এটা স্পৃহা জাগি উঠে। এই স্পৃহাই মানুহক স্বাৰ্থসৰ্বস্বলোভী আৰু নিৰ্মম, শোষণধৰ্মী কৰি তোলে। নিজ প্ৰয়োজন পূৰণত মতলীয়া হৈ উঠে। ইয়েই কদৰ্য অসুৰ। শিল্পীৰ কাম এই কদৰ্য অসুৰৰ বিৰুদ্ধে



অহৰহ যুদ্ধত প্ৰবৃত হোৱা। স্বাধীন ভাৰতত এই কদৰ্য অসুৰে কৰা তাণ্ডৱ নৃত্যই গোটেই সমাজ-ব্যৱস্থাক ছেদেলি-ভেদেলি কৰি আমাৰ সংস্কৃতিক ধ্বংস কৰাৰ প্ৰচণ্ড আয়োজনৰ সময়ত প্ৰধান মন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীয়ে বলিষ্ঠ পদক্ষেপেৰে এই অসুৰক নিধন কৰা যজ্ঞত জপিয়াই পৰিল! মহীষাসুৰৰ তেজৰ কণিকাৰপৰা, ৰক্তবীজৰপৰা আকৌ মহীষাসুৰৰ জন্ম হয়। আমাৰ শিল্পীৰ কাম হ'ব এই মহীষাসুৰৰ তেজখিনি ধুই নোহোৱা কৰিবলৈ। ভাৰতৰ বুকুত আজি যি পৰিৱেশ সৃষ্টি হৈছে সেই পৰিৱেশত মহীষাসুৰক বধ কৰিবলৈ শিল্পী হৈ শিল্পীৰ দায়িত্ব পালন কৰিব পাৰিলেহে হেৰাই যাব খোজা ভাৰতৰ আত্মাৰ বাণী পুনৰ ভাৰতৰ বুকুত ধ্বনিত হৈ তাৰ বৰণণীৰে মানৱ সমাজৰ কল্যাণ সাধন কৰাত সোণসেৰীয়া বৰঙনি যোগাব পাৰিব।

দুষ্কৃতিৰ বিৰুদ্ধে শিল্পীৰ যুদ্ধ নিশ্চয়; কিন্তু এই যুদ্ধত শিল্পী হ'ব লাগে দ্বেষশূন্য। জ্যোতিপ্ৰসাদৰ কথাতেই কওঁ "দুষ্কৃতিৰ সৈতে আমাৰ সংঘাত আছে নিশ্চয়; কিন্তু আমাৰ দ্বেষ নাই, ঘৃণা নাই। দ্বেষ আৰু ঘৃণা শিল্পীৰ নহয় সংস্কৃতিৰ নহয়।

হে মোৰ সকলো শত্ৰু
তোক নমস্কাৰ
তোক বন্ধুৰূপেহে চাওঁ
তোৰ সতে মোৰ
সংঘাত লাগি
মোৰ জীৱনত
ধুনীয়া প্ৰকাশ পাওঁ
মোৰ প্ৰতিভাৰ দুফুলা ফুলৰ
শতপাহি বিকশাও

তোক বন্ধুৰূপেহে চাওঁ
প্ৰতি সংঘাতে নতুন শক্তি পাওঁ।
তোৰ সতে মোৰ
সংঘাত লাগি
কণ্ঠত জাগে
অভিনৱ ওঁকাৰ
তোৰ সতে মোৰ
সংঘাত লাগি
মোৰ গানৰ সুৰৰ
নৱতম ঝংকাৰ
হে শত্ৰু নমস্কাৰ

নিজৰাৰ দৰে মোৰ জীৱনে
অগ্নিমনে
তোৰ বাধাৰ শিলত
আঘাত কৰি
উফৰি উফৰি পৰি
শুভ্ৰ ফেনীল পেখম মেলি
ফুটন্ত মোৰ প্ৰাণ উছলাই
গন্ধ গানৰ ঢৌ তুলি যায়
নিতৌ নতুন ৰূপ ধৰি।

মোৰ অসমীৰ চিৰ সেউজী সংস্কৃতিৰ সাধকসকললৈ এই প্ৰাৰ্থনা জনাই আপোনাসকলৰ অন্তৰৰ সুন্দৰৰ্জনালৈ মোৰ সশ্ৰদ্ধ সেৱা আগবঢ়াই আপোনালোকৰ সৰ্বোতোপ্ৰকাৰে মংগল কামনা কৰিলোঁ।

---

## সাংস্কৃতিক সম্মিলন ঃ মুখ্য অতিথিৰ ভাষণ

শ্ৰীবীৰেন্দ্ৰকুমাৰ ফুকন

সমৱেত সুধীবৃন্দ,

অসম সাহিত্য সভাৰ আজিৰ এই সাংস্কৃতিক সম্মিলনত যোগদান কৰাৰ সুবিধা দিয়াৰবাবে জয়জয়তে অনুষ্ঠানৰ উদ্যোক্তাসকললৈ মোৰ আন্তৰিক কৃতজ্ঞতা আৰু ধন্যবাদ জ্ঞাপন কৰিলোঁ। অসমীয়া ভাষাৰ উন্নতি, প্ৰচাৰ আৰু প্ৰসাৰৰ ক্ষেত্ৰত আজি ছকুৰি বছৰৰো অধিক কাল ধৰি অসম সাহিত্য সভাই যি ভূমিকা গ্ৰহণ কৰি আহিছে তাৰ তুলনা ভাৰতবৰ্ষৰ অন্যান্য ৰাজ্যত বিৰল। কেৱল ভাষাৰ ক্ষেত্ৰতে নহয় অসমীয়া সংস্কৃতিৰ ভালেখিনি লুপ্তপ্ৰায় আৰু ধ্বংসমুখী আপুৰুগীয়া সমল পুনৰুদ্ধাৰ কৰি ৰাইজৰ আগলৈ উলিয়াই অনাৰ ক্ষেত্ৰতো অসম সাহিত্য সভাই উল্লেখযোগ্য বৰঙনি আগবঢ়াই আহিছে।

আৱহমানকালৰপৰা সংস্কৃতিয়ে একো একোটা জাতিৰ জীৱনদৰ্শন প্ৰতিফলিত কৰি আহিছে। ব্যক্তি-মানসৰ বিভিন্ন ভাৱ আৰু চিন্তাধাৰা, আশা-নিৰাশা, আৱেগ-অনুভূতিৰ স্বতঃস্ফূৰ্ত বিকাশৰ জৰিয়তে সংস্কৃতিয়ে প্ৰকাশ কৰে একোটা জাতিৰ নৈতিক আৰু জাতীয় চৰিত্ৰ। একোটা জাতিৰ মানসিক বিকাশৰ স্ফুৰণ হয় সেই জাতিটোৰ সাংস্কৃতিক জীৱনৰ মাজেদি। সংস্কৃতিক বাদ দি সেয়ে জাতিৰ অস্তিত্বৰ কথা কল্পনা কৰিব নোৱাৰি।

ভাৰতীয় সংস্কৃতি পৃথিৱীৰ প্ৰাচীনতম সংস্কৃতিৰ অন্যতম। পৃথিৱীৰ অধিকাংশ দেশে সভ্যতাৰ আলোক-ৰশ্মিৰ স্পৰ্শ লাভ কৰাৰ বহু কালৰ আগতেই ভাৰতীয় সভ্যতা, সংস্কৃতি আৰু জ্ঞানৰ পোহৰত

সমগ্ৰ পৃথিৱী উদ্ভাসিত হৈ উঠিছিল। ইতিহাসে ঢুকি নোপোৱা কালতে প্ৰাচীন ভাৰতৰ চিন্তানায়কসকলে ধ্বনি বা নাদৰ বিশালতা আৰু সৰ্বব্যাপ্তমান ৰূপৰ অস্তিত্ব উপলব্ধি কৰি 'নাদক' ব্ৰহ্ম আখ্যা দি গৈছে। বেদ সৃষ্টিৰ লগে লগেই ভাৰতবৰ্ষই আৱিষ্কাৰ কৰিছিল ষড়জ, প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ, মন্দ্ৰ আৰু অতিস্বৰ আদি সপ্তস্বৰ। আজিৰ দিনত 'মিউজিকেল স্কেল',' অক্টেভ' আদিৰ সন্ধান ভাৰতবৰ্ষই দি গৈছিল বহুহাজাৰ বছৰ পূৰ্বে—শ্ৰুতি, গ্ৰাম আৰু মূৰ্চনাৰ মাজেদি। কেৱল সেয়ে নহয়, হাৰমণিক্স আৰু হাৰমণিৰ মূল তথ্য উদ্‌ঘাটন কৰিছিল ভাৰতীয় সংগীতবিদসকলে "স্বয়ম্ভূ" স্বৰ আৰু সম্বাদতত্ত্বৰ জৰিয়তে. নৃত্য আৰু অভিনয়ৰ ক্ষেত্ৰতো প্ৰাচীন ভাৰতবৰ্ষই শীৰ্ষস্থান ল'ব পাৰিছিল আৰু পৃথিৱীৰ অন্যান্য ঠাইৰ লোকে এই বিষয়ে প্ৰাৰম্ভিক জ্ঞান আহৰণ কৰাৰ বহুপূৰ্বেই আমাৰ দেশত ৰচিত হৈছিল নাটক আৰু অভিনয় প্ৰসংগসম্পৰ্কীয় 'নাট্যশাস্ত্ৰ'ৰ দৰে বহুমূলীয়া গ্ৰন্থ।

ঐতিহ্যমণ্ডিত ভাৰতীয় সংস্কৃতিৰ এই সৌধ নিৰ্মিত হৈছে বহুকালৰ সাধনা, বহুযুগৰ অধ্যয়ন আৰু অভিজ্ঞতাৰ ফলত। বিভিন্ন জাতিৰ, বিভিন্ন সভ্যতাৰ প্ৰভাৱে এই সৌধটি কৰি তুলিছে অধিক বৈচিত্ৰ্যময়, অধিক সমৃদ্ধিশালী। আমাৰ সংস্কৃতিৰ ক্ৰমবিকাশৰ সুদীৰ্ঘ কালছোৱাত আমি নানান বিপৰ্যয়ৰ সমুখীন হৈছোঁ। বেলেগ সময়ত বাহিৰৰ হেঁচাই আমাক জুৰুলা কৰিছে; কিন্তু আমাৰ চিৰশাশ্বত সংস্কৃতিৰ যুগমীয়া সৌধটিৰ ভেঁটি কোনেও নৰাব পৰা নাই। তাৰ সোণৰ কলচিটিৰ জ্যোতি ম্লান কৰিব পৰা নাই। ইয়াৰ ঘাই কাৰণ হ'ল আমাৰ সংস্কৃতিৰ মাজত লুকাই থকা মহত্ব আৰু উদাৰতা। সকলো সংস্কৃতিৰে সাৰভাগ উদাৰভাৱে গ্ৰহণ কৰি তাক স্বকীয় ৰূপত সজাই ল'ব পৰাটোৱেই হ'ল ভাৰতীয় সংস্কৃতিৰ প্ৰধান বৈশিষ্ট্য। এই গুণটোৱেই আমাৰ সংস্কৃতিৰ অন্তৰ্নিহিত শক্তি, যাৰ বলত সময়ে সময়ে আহি পৰা বিভিন্ন দুৰ্যোগ আৰু বিপৰ্যয়ৰ বিৰুদ্ধে



সভ্যতা আৰু সংস্কৃতি সগৌৰৱে মূৰ দাঙি থিয় হৈ থাকিব পাৰিছে।

এই কথা অনস্বীকাৰ্য যে আমাৰ সংস্কৃতিৰ এটা বিশাল অংশ জুৰি আছে গীত-বাদ্য আৰু নৃত্যসম্বলিত এক সুকুমাৰ কলাই, যাক আন কথাত সংগীত নামে অভিহিত কৰা হয়। মনৰ অযথা উদ্বেগ শাম কটাই, জীৱনলৈ এটি নিৰৱচ্ছিন্ন আনন্দৰ সোঁত বোৱাই আনি এখন সুস্থ সমাজ গঢ়ি তোলাত সংগীত কলাৰ আৱশ্যকতাৰ কথা ভাৰতীয় চিন্তানায়কসকলে ভালদৰে হৃদয়ংগম কৰিব পাৰিছিল আৰু সেইবাবেই 'নহি বিদ্যা সংগীতাৎ পৰা' বুলি সংগীতক সকলো কলা তথা বিদ্যাৰ আগশাৰীত স্থান দিছিল। চিন্তাশক্তি আৰু সূক্ষ্ম অনুভূতিসমূহৰ বিকাশ সাধনৰ ক্ষেত্ৰত সংগীতৰ গুৰুত্বপূৰ্ণ অৱদানৰ কথা বৰ্তমান কালৰ চিন্তাবিদসকলেও একবাক্যে স্বীকাৰ কৰি গৈছে। সভ্যতাৰ পোহৰ নোপোৱা অনুন্নত অৰণ্যবাসীৰপৰা আৰম্ভ কৰি আধুনিকতম সভ্যতাৰ পোহৰেৰে উদ্ভাসিত দেশৰ জনগণৰ অন্তৰলৈকে সংগীতে এক গভীৰ আলোড়নৰ সৃষ্টি কৰি আহিছে। পৃথিৱীৰ সকলো দেশৰ, সকলো জাতিৰ মাজতে গীত-বাদ্য আৰু নৃত্য সামাজিক সকলো উৎসৱ-অনুষ্ঠানৰ এটি অপৰিহাৰ্য অংগ হিচাপে পৰিগণিত হৈ অহা দেখিবলৈ পাওঁ। সংগীত অবিহনে মানৱ সমাজ অসম্পূৰ্ণ আৰু সেইবাবে মানৱ সমাজে কোনোদিনেই তাক অৱহেলাৰ চকুৰে চাব নোৱাৰে। সংগীতেই হ'ল এটা জাতিৰ সাংস্কৃতিক বিকাশ আৰু ৰুচিবোধৰ চৰম পৰিচায়ক আৰু সেইবাবে সংগীতক আমাৰ সাংস্কৃতিক জীৱনৰ প্ৰাণস্পন্দন বুলি ক'লেও অত্যুক্তি কৰা নহয়।

ভাৰতীয় সংগীতক অনাদি আৰু অপৌৰুষেয় বুলি গণ্য কৰা হয়। বেদৰ দৰেই সংগীত কলাও আমাৰ দেশত ইমান প্ৰাচীন কালৰপৰাই প্ৰচলিত হৈ আহিছে যে তাৰ আদিম ইতিহাস সম্পৰ্কে সঠিকভাৱে জ্ঞান লাভ কৰিবৰ সমল আমাৰ হাতত নাই। মহেন্‌জোদাৰো, হৰাপ্পা আদি ঠাইত প্ৰাপ্ত নৃত্য বা বাদনৰত বিভিন্ন মূৰ্তিৰ

আৰিষ্কাৰে বৈদিক যুগৰ ভালেমান কালৰ আগতেও ভাৰতবৰ্ষত উন্নত পৰ্যায়ৰ সংগীত আৰু নৃত্য কলাৰ প্ৰচলন থকাৰ কথা প্ৰমাণ কৰে। অৱশ্যে ভাৰতীয় সংগীতৰ বিষয়ে লিপিৱদ্ধ ৰূপত প্ৰয়োজনীয় তথ্য-পাতি কিছু পৰিমাণে কেৱল বৈদিক যুগৰপৰাহে পাব পাৰি। এই তথ্যসমূহৰপৰা প্ৰাচীন ভাৰতৰ সংগীতৰ ৰূপ বা পৰিৱেশন-শৈলী সম্পৰ্কে সম্যকজ্ঞান আহৰণ কৰিব পৰাটো সম্ভৱ নহলেও এটা কথা প্ৰমাণিত হয় যে এইকালত সংগীত ঘাইকৈ বৈদিক আৰু লৌকিক এই দুটা ধাৰাত বিভক্ত আছিল। বৈদিক সংগীত আছিল অনাদি, অপৌৰুষেয়, অত্যন্ত পৱিত্ৰ, শৃংখলাৱদ্ধ আৰু অপৰিবৰ্তনীয়। বেদৰ বিভিন্ন পদসমূহ গাওঁতে প্ৰথম অৱস্থাত উদাত্ত, অনুদাত্ত আৰু স্বৰিত এই তিনিটা স্বৰ ব্যৱহাৰ কৰা হৈছিল। স্বৰবিলাকৰ ক্ৰম আছিল অৱৰোহাত্মক অৰ্থাৎ চ'ৰাৰপৰা ক্ৰমে খাদলৈ; কিন্তু পিছলৈ এই স্বৰবিলাকৰ সংখ্যা বাঢ়ি চাৰিটা, পাঁচোটা, ছটা আৰু শেহলৈ সাতোটা হ'লগৈ। ঋক্ প্ৰতিশাখ্যত ক্ৰুষ্ট, প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ, মন্দ্ৰ আৰু অতিস্বৰ আদি বিভিন্ন প্ৰকাৰৰ বৈদিক স্বৰৰ উল্লেখ পোৱা যায়। বৈদিক যুগৰ এই স্বৰসমূহেই ভাৰতীয় সংগীতৰ সপ্তস্বৰৰ ভেঁটি আৰু সামগানৰ গায়ন ৰীতিয়েই পিছৰ ভৰতাদি গ্ৰন্থাকাৰসকলে উল্লেখ কৰা জাতি, গ্ৰাম, ৰাগ, মূৰ্চনা আদিৰ উৎস বুলি ধৰি ল'ব পাৰি।

লৌকিক সংগীতৰ সৃষ্টি হৈছিল ঘাইকৈ লোকৰঞ্জনৰ বাবে আৰু সেইবাবে জনসাধাৰণৰ ৰুচি অনুযায়ী সময়সাপেক্ষে এইবিধ সংগীতৰ ৰূপবো সালসলনি ঘটিছিল। যজ্ঞাদি অনুষ্ঠানৰ সময়ত যজ্ঞকৰ্তা বা যজ্ঞানুষ্ঠানত যোগদিওঁতাসকলক উপলক্ষ কৰি ভাট, চাৰণ আদিয়ে এনেধৰণৰ লৌকিক গীত ব্যৱহাৰ কৰিছিল। বৈদিক সংগীতত শুদ্ধতা আৰু পৰম্পৰাৰ ওপৰত যথেষ্ট গুৰুত্ব আৰোপ কৰা হৈছিল; কিন্তু লৌকিক সংগীত এনেধৰণৰ কঠোৰ নিয়মৰপৰা মুক্ত থকাৰ কাৰণে যুগৰ লগে লগে তাৰ পৰিবৰ্তন ঘটাটো অৱশ্যম্ভাৱী। সেয়েহে



প্ৰসিদ্ধ বেদজ্ঞ পণ্ডিতৰ মুখত প্ৰাচীন বেদস্তুতিৰ আভাস কিছু শুনিবলৈ পালেও, প্ৰাচীন লৌকিক সংগীতৰ সুৰৰ আভাস পোৱাটো সম্ভৱ নহয়।

প্ৰাচীন কালৰ এই বৈদিক আৰু লৌকিক সংগীতেই পিছলৈ মাৰ্গ আৰু দেশী সংগীতৰূপে প্ৰসিদ্ধি লাভ কৰে। মাৰ্গ সংগীত মূলতঃ ৰাগ সংগীত। শাস্ত্ৰীয় অনুশাসন আৰু ৰাগ সংগীতৰ গ্ৰাম, মূৰ্চনা, মেল, আৰোহণ-অৱৰোহণ, বাদি-সম্বাদী আদি নীতি নিয়মৰ ভেঁটিত ই প্ৰতিষ্ঠিত। আনহাতে দেশী সংগীত হ'ল অঞ্চলভেদে জনৰুচিক ভেঁটি কৰি গঢ়ি উঠা সংগীত। বিভিন্ন ঠাইৰ লোকসংগীত, ভক্তিমূলক গীত বা অন্যান্য প্ৰকাৰৰ সুগম সংগীতক দেশী সংগীতৰ পৰ্যায়ভুক্ত কৰিব পৰা যায়। ভাৰতীয় সংগীতৰ সৃষ্টি আৰু ক্ৰমবিকাশৰ ক্ষেত্ৰত মাৰ্গ আৰু দেশী সংগীতৰ প্ৰভাৱ অতিশয় গুৰুত্বপূৰ্ণ সেই বিষয়ে সন্দেহ নাই। কোৱাবাহুল্য অসমীয়া সংগীতৰ ক্ৰমবিকাশৰ ক্ষেত্ৰতো এই দুটা ধাৰাৰ প্ৰভাৱ বিশেষভাৱে উল্লেখযোগ্য।

অসম সংগীতৰ দেশ। অসমীয়া মানুহৰ দৈনন্দিন জীৱনৰ সৈতে সংগীতৰ এৰাব নোৱাৰা সম্পৰ্ক। অসমীয়া মানুহৰ পুৱাৰ টোপনি ভাগে বৰগীতৰ ৰাগৰ লহৰেৰে, মাকে কেঁচুৱাক ওমলাই নিচুকনী গীতৰ সুৰেৰে, দুখনি হিয়াৰ মিলন ঘটে জাউৰীয়ে জাউৰীয়ে গোৱা আয়তীসকলৰ কণ্ঠৰ বিয়ানামৰ মাজেৰে, পুৱা-গধূলি মন্দিৰ-নামঘৰৰ প্ৰাংগণ মুখৰিত হৈ উঠে নাম-প্ৰসংগ আৰু কীৰ্তনৰ মধুৰ শবদেৰে। সামাজিক প্ৰায় সকলো উৎসৱ-অনুষ্ঠান, পূজা-পাৰ্বণ আদিত গীত-বাদ্যৰ প্ৰচুৰ ব্যৱহাৰ আমি দেখিবলৈ পাওঁ। কেৱল জানো সেয়ে? আমাৰ জাতীয় জীৱনৰ বহুতো স্মৰণীয় ঘটনা, মনোৰম কাহিনী আজিও সংৰক্ষিত হৈ আছে মুখে মুখে চলি অহা বিভিন্ন গীত-পদৰ মাজেৰে। ফুলকোঁৱৰ, মণিকোঁৱৰৰ গীতৰ কাহিনী কোনে নাজানে?

মণিৰাম দেৱানৰ গীত বা বৰফুকনৰ গীতবোৰে জানো আমাৰ জাতীয় ইতিহাসৰ এটি স্মৰণীয় অধ্যায় সামৰি ৰখা নাই? এই কথা নিঃসন্দেহে ক'ব পাৰি যে অসমীয়া মানুহৰ সামাজিক, জাতীয় আৰু সাংস্কৃতিক জীৱনৰ সকলো অৱস্থাতেই সংগীতে এটি তাৎপৰ্য-পূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে।

প্ৰাচীন কালত অসমত অতি উচ্চমানবিশিষ্ট সংগীত বিদ্যাৰ প্ৰচলন থকাৰ কথা আমাৰ পৌৰাণিক আখ্যানসমূহে সোঁৱৰাই দিয়ে। বাণতনয়া উষাৰ বান্ধৱী চিত্ৰলেখাই শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধক নৃত্য-গীতেৰে মুহি দ্বাৰকাৰপৰা শোণিতপুৰ পোৱাইছিলহি। চান্দ সদাগৰৰ বোৱাৰী বেউলাই অপৰূপ নৃত্যগীতেৰে দেৱাদিদেৱ মহাদেৱক তুষ্ট কৰি মৃত স্বামী লখিন্দাৰৰ প্ৰাণ ঘূৰাই অনা উপাখ্যানেও প্ৰাচীন অসমীয়া সমাজত নৃত্য-গীতৰ প্ৰভূত প্ৰচলনৰ কথাকে প্ৰমাণ কৰে। চীনা পৰিব্ৰাজক হিউৱেন চাঙে তেওঁৰ টোকাত কাম-ৰূপাধিপতি ভাস্কৰবৰ্মাৰ ৰাজসভাত উচ্চমানবিশিষ্ট নৃত্য-গীতৰ চৰ্চাৰ কথা উল্লেখ কৰি গৈছে।

আগতেই উল্লেখ কৰা হৈছে যে ভাৰতবৰ্ষৰ অন্যান্য বহুতো অঞ্চলৰ দৰেই অসমৰ সংগীতকো ঘাইকৈ দুটা ধাৰাত বিভক্ত কৰিব পাৰি। এটা মাৰ্গ বা ৰাগ সংগীতৰ ধাৰা আৰু আনটো দেশী অৰ্থাৎ আঞ্চলিক সংগীতৰ ধাৰা। এই দুয়োটা ধাৰা দেখাত পৃথক হলেও এটা আনটোৰে সৈতে ওতঃপ্ৰোতভাৱে জড়িত হৈ আছে। এফালে আঞ্চলিক আৰু লোকসংগীতৰ প্ৰভাৱত ৰাগ সংগীত যিদৰে চহকী হৈ আছে, আনফালে তেনেদৰেই ৰাগ সংগীতৰ অনুপ্ৰেৰণাত সৃষ্টি হৈছে বিভিন্ন ধৰণৰ ভক্তিমূলক গীত, কীৰ্তন, নাম-প্ৰসংগ আদি।

অসমীয়া জাতীয় জীৱনৰ সাংস্কৃতিক পৰিসৰত 'ৰাগ' শব্দটি সম্পূৰ্ণ অভিনৱ বুলি আমি ক'ব নোৱাৰোঁ। 'গায়নৰ ঘৰৰ বোন্দায়ো ৰাগ দিয়ে,' 'ৰাগৰ গুৰি তা-না-না-না' আদি বহুতো প্ৰচলিত ফকৰা-যোঁজনাত ৰাগ শব্দটিৰ প্ৰয়োগ দেখিবলৈ পোৱা যায়। অসমীয়া সমাজত 'ৰাগ নেজানি গীত গোৱা দোষৰ কথা। ডাকৰ বচনতো লেহিডিঙৰাৰ তিৰোতাসকলে পঞ্চৰাগ গোৱাৰ উল্লেখ আছে।



ৰাগ সংগীতৰ প্ৰচলন অসমত কেতিয়াৰপৰা হ'ল সেইকথা সঠিককৈ নিৰ্ণয় কৰা সম্ভৱ নহয়। আৰ্য সভ্যতাৰ পোহৰ ভাৰতৰ উত্তৰ-পূব অঞ্চলত বিয়পি পৰাৰ লগে লগে উচ্চাংগ মাৰ্গ সংগীতৰ চৰ্চাও যে কম-বেছি পৰিমাণে এই অঞ্চলত হৈছিল সেইকথা নিঃসন্দেহে ক'ব পাৰি। অৱশ্যে এই মাৰ্গ বা ৰাগ-সংগীত ঘাইকৈ ধৰ্মীয় আচাৰ-অনুষ্ঠান আদিৰ লগতহে জড়িত আছিল। অষ্টম শতিকাৰপৰা দ্বাদশ শতিকাৰ ভিতৰত ৰচিত বৌদ্ধ চৰ্যাপদসমূহত ব্যৱহৃত ৰাগ-বিলাকৰপৰা পুৰণি অসমৰ ৰাগ-সংগীতৰ এটি থূলমূল আভাস পাব পাৰি। চৰ্যাপদসমূহত পটমঞ্জৰী, গৱাৰা, অৰু, গুঞ্জৰী, দেৱক্ৰী, দেশাখ, ভৈৰৱী, কামোদ, ধনশ্ৰী, ৰামক্ৰী, বৰাৰী, বল্লাৰী, শৱৰা, মল্লাৰী, মানচী আদি ৰাগৰ উল্লেখ পোৱা যায়। কানু-গুঞ্জৰী, মানচী-গৱাৰা আদি কেতবোৰ মিশ্ৰ-ৰাগো পদসমূহত ব্যৱহাৰ কৰা হৈছিল। উল্লেখযোগ্য যে মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু তেওঁৰ শিষ্য মাধৱদেৱে পৰৱৰ্তীকালত ৰচনা কৰা বৰগীত, নাটৰ গীত আদিতো চৰ্যাপদৰ ৰাগসমূহৰ ভিতৰৰে কেতবোৰ ৰাগ যেনে, গুঞ্জৰী, কামোদ, ধনশ্ৰী, ৰামক্ৰী আৰু পটমঞ্জৰী আদি ব্যৱহাৰ কৰা দেখা যায়। সন্দেহ নাই এই চৰ্যাপদবিলাক বিশেষ সুৰ আৰু তালমানৰ সহায়ত গোৱা হৈছিল। অৱশ্যে পৰিৱেশন ৰীতিৰ পৰম্পৰা কেইবা শতাব্দীৰো আগতেই লুপ্ত হৈ পৰাত পদবোৰ কিদৰে গোৱা হৈছিল সেইকথা জানিবৰ উপায় নাই।

প্ৰাক্-শংকৰী যুগৰ কবি মাধৱ কন্দলীৰ ৰামায়ণতো গীতবাদ্যৰ উল্লেখ আছে। দুৰ্গাবৰ ৰচিত গীতি ৰামায়ণত অহীৰ, গুঞ্জৰী, চালনী,

পটমঞ্জৰী, ধনশ্ৰী, বৰাৰী, বেলোৱাৰ, মাৰোৱা, মেঘমণ্ডল, আকাশ-মণ্ডল, দেৱমোহন আদি ৰাগৰ উল্লেখ আছে। এইজনা কবিৰ মনসা গীততো ৰামক্ৰী, সুহাই আদি ৰাগৰ নাম পোৱা যায়। পীতাম্বৰ কবিৰ উষা পৰিণয় নামৰ পুথিত অহীৰ, ধনশ্ৰী, নাগ, পাহাৰী, ভৈৰৱ, মল্লাৰ, বসন্ত আদি ৰাগৰ উল্লেখ বিশেষভাৱে মন-কৰিবলগীয়া। উল্লিখিত সৰহসংখ্যক ৰাগৰ নামেই ভাৰতীয় ৰাগ-সংগীতত ব্যৱহৃত হোৱা ৰাগৰ নামৰ সৈতে মিলে যদিও কেতবোৰ ৰাগ যেনে— মেঘমণ্ডল, আকাশমণ্ডল, দেৱমোহন আদি ৰাগৰ উল্লেখ সমসাময়িক কোনো সংগীত শাস্ত্ৰত পোৱা নেযায়। গতিকে এই ধৰণৰ ৰাগৰ সৃষ্টি অসমতে হৈছিল বুলি ভাৱিবৰ যথেষ্ট থল আছে। অসম মেঘ আৰু বৰষুণৰ দেশ। মেঘেঢকা কলীয়া আকাশে পুৰণি অসমৰ কোনোবা সংগীত শিল্পীক মেঘমণ্ডল বা আকাশমণ্ডল নামৰ নতুন ৰাগ ৰচনা কৰিবলৈ প্ৰেৰণা যোগোৱাটো একো অস্বাভাৱিক নহয়। এই মেঘমণ্ডল ৰাগৰ লগত পিছৰ কালৰ মেঘমল্লাৰ ৰাগৰ কিবা সম্পৰ্ক আছিল নেকি সেইটোও বিচাৰ কৰিবলগীয়া কথা।

সুৰ্যখড়ী দৈৱজ্ঞ ৰচিত দৰং ৰাজবংশাৱলীত বিশ্বসিংহৰ অভিষেক বৰ্ণনাত ৰবাব, চাৰিন্দা, বাঁহী, মৃদং, ৰুদ্ৰক, জয়কালী, ভেৰি, গোমুখ, ঢাক, ঢোল, নাগাৰা, তবলা আদি বিবিধ বাদ্যযন্ত্ৰৰ উল্লেখ পোৱা যায়। মাধৱ কন্দলীৰ ৰামায়ণতো ঢাক, ঢোল, বীণা, বাঁহী তবলা আদি বাদ্যযন্ত্ৰৰ নাম আছে। ৰাগসংগীতৰ সৈতে ওতঃপ্ৰোত-ভাৱে জড়িত তবলা, ৰবাব, বীণা, মৃদংগ আদি বাদ্যযন্ত্ৰৰ উল্লেখ বিশেষভাৱে মনকৰিবলগীয়া। মোগল ৰাজত্বৰ শেহৰ ফালে 'খেয়াল' গীতৰ জনপ্ৰিয়তা বঢ়াৰ লগে লগেহে উত্তৰ ভাৰতত তবলাৰ প্ৰচলন হয়। তাৰ আগতে শাস্ত্ৰীয় বা ৰাগ-সংগীতৰ লগত সাধা-ৰণতে পাখোৱাজ বা মৃদংগৰহে প্ৰচলন আছিল। ওপৰোক্ত পুথিত তবলাৰ উল্লেখৰপৰা এই কথা সহজেই অনুমান কৰিব পাৰি যে



বহুকাল আগৰপৰাই অসমত উচ্চমানবিশিষ্ট কণ্ঠসংগীতৰ লগে লগে তাল আৰু সুৰাশ্ৰয়ী বাদ্যযন্ত্ৰৰো নিয়মিত চৰ্চা আৰু অনুশী-লন কৰা হৈছিল। তবলা বাদ্যযন্ত্ৰৰ পোনপ্ৰথম প্ৰচলন উত্তৰ-পূব অঞ্চলত হোৱা বুলি ভাৱিবৰো যথেষ্ট যুক্তি আছে। 'ৰবাব' পাৰস্য দেশৰপৰা অহা বাদ্য-যন্ত্ৰ আৰু মুছলমানসকলৰ ৰাজত্বৰ কালত আমাৰ দেশত এই বাদ্যযন্ত্ৰৰ প্ৰচলন হয়। 'সেনী' ঘৰাণাৰ (তানসেনৰ বংশধৰ) কেবাজনো সংগীতত বিখ্যাত ৰবাব বাদক আছিল। এই যুগৰ বিখ্যাত সংগীতজ্ঞ ওস্তাদ আলাউদ্দিন খাঁৰ গুৰু ৰামপুৰৰ ওস্তাদ উজীৰ খাঁও এগৰাকী সুনিপুণ ৰবাব বাদক আছিল। গুৰুচৰিতত উল্লিখিত ভাস্কৰ বিপ্ৰ নামৰ শংকৰদেৱৰ শিষ্য এগৰাকীয়ে ৰবাব বাদ্যযন্ত্ৰৰ সহযোগত বৰগীত গোৱাৰ কথাই ভাৰ-তীয় ৰাগ-সংগীতৰ মূল সুঁতিটোৰ সৈতে অসমীয়া সংগীতৰ বহুকাল ধৰি চলি অহা নিৰৱচ্ছিন্ন সম্পৰ্কৰ কথাকে সূচনা কৰে।

মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱ বিৰচিত বৰগীত আৰু নাটৰ গীতসমূহক অসমৰ মাৰ্গ সংগীতৰ শ্ৰেষ্ঠ আৰু অবিসম্বাদী নিদৰ্শন-ৰূপে গ্ৰহণ কৰিব পৰা যায়। এই দুগৰাকী মহাপুৰুষে অসমৰ ধৰ্ম আৰু জাতীয় সংস্কৃতিৰ ক্ষেত্ৰত এক নৱ আলোড়নৰ সৃষ্টি কৰে। তেখেতসকলে ৰচি থৈ যোৱা গীত, পদ, নাট আদি প্ৰতিজন অস-মীয়াৰে আপুৰুগীয়া সম্পদ। ৰাগভিত্তিক হোৱাৰ উপৰিও বৰগীত-সমূহৰ পৰিৱেশনৰ এটি স্বকীয় শৈলী বা ৰীতি পৰিলক্ষিত হয়। সেইবাবে গীতবিলাক গাবলৈ উপযুক্ত গুৰুৰ ওচৰত শিক্ষা গ্ৰহণৰ প্ৰয়োজন। বৰগীত ভালদৰে গাবজনা সংগীতজ্ঞক অসমৰ গাঁৱে-ভূঞে আজিও সন্মানৰ চকুৰে চোৱা হয়। গায়ন (সংগীত বিশাৰদ) বা বায়ন (বাদ্য বিশাৰদ) খিতাপ লাভ কৰিব পৰাটো সন্মানৰ কথা আৰু তেনে সন্মান লাভ কৰোতাসকলক সমাজত আগশাৰীত স্থান দিয়াৰ প্ৰথা আজিও বিদ্যমান।

বৰগীতত ব্যৱহৃত ৰাগবোৰ হ'ল অহীৰ, আশোৱাৰী, কল্যাণ শ্যাম, ভূপালী, কানড়া, কামোদ, কেদাৰা, গৌৰী, বসন্ত, সুহাই ভাটিয়ালি, ধনশ্ৰী, নট, পূৰবী, বৰাৰী, ললিত, শ্ৰী, সাৰংগ, সিন্ধুৰা, মল্লাৰ ইত্যাদি। ইয়াৰ বাহিৰেও তুৰ-বসন্ত, শ্যাম গাৰা, নটমল্লাৰ, শ্ৰীগান্ধাৰ, তুৰ-ভাটিয়ালি আদি কেতবোৰ মিশ্ৰ ৰাগো বৰগীতত ব্যৱহৃত হোৱা দেখিবলৈ পোৱা যায়।

ভাৰতীয় ৰাগ-সংগীতৰ এটি বিশিষ্ট অংগ হ'ল — অনিবদ্ধ বা আলাপৰ অংশ। অনিবদ্ধ মানে বন্ধনহীন অৰ্থাৎ তাল আৰু পদৰ-পৰা মুক্ত সংগীত। বিভিন্ন স্বৰাৱলিৰ সহায়ত তাল আৰু পদ নোহোৱাকৈ ৰাগৰ এটি নামাত্মক অভিব্যক্তি শ্ৰোতাৰ মানসপটত দাঙি ধৰা হয় অনিবদ্ধ সংগীতৰ মাজেৰে। অনিবদ্ধ সংগীতৰ আন এটি নাম আলাপ। অনিবদ্ধ গায়নৰ এই ৰীতি বহু কাল আগৰেপৰা অসমত চলি অহাৰ প্ৰমাণ পোৱা যায়। কোনো কোনো ঠাইত ওজাপালি গায়কে গীত আৰম্ভ কৰাৰ আগতে ৰাগ দিয়াৰ প্ৰথা এতিয়াও আছে। বৰগীত গোৱাৰ আগতেও 'হৰি অ' ৰাম' বা 'হা-উ-ৰি-তা-না-না-না' আদি শব্দ প্ৰয়োগ কৰি গীতটিত ব্যৱহৃত ৰাগৰ স্বৰসমূহেৰে 'ৰাগ দিয়া, 'ৰাগ টনা' বা আলাপ গোৱাৰ প্ৰথা এতিয়াও সত্ৰসমূহত প্ৰচলিত আছে। এনেধৰণৰ ৰাগ দিয়া বা আলাপক অৱশ্যে অপূৰ্বকল্পিত বুলি ক'ব নোৱাৰি। কিয়নো গায়কে গীতৰ ৰাগভুক্ত এক নিৰ্ধাৰিত স্বৰত আলাপ আৰম্ভ কৰি আন এক নিৰ্ধাৰিত স্বৰত শেষ কৰিব লাগে; কিন্তু সৰহভাগ বৰগীত গায়কৰে সংগীতৰ বিজ্ঞানসন্মত শিক্ষা আৰু স্বৰজ্ঞানৰ অভাৱৰ হেতুকে তেওঁলোকে পৰিৱেশন কৰা গীত প্ৰায়েই বেসুৰা হৈ পৰে। সেয়ে তেওঁলোকৰ গীতৰপৰা ৰাগৰ মূলস্বৰূপ বিচাৰি উলিওৱাটো বহুতো সময়ত কষ্টসাধ্য হৈ পৰে।

শংকৰদেৱৰ পিছতো যে অসমত মাৰ্গ বা ৰাগ সংগীতৰ চৰ্চা



অব্যাহত আছিল তাৰ প্ৰমাণ শংকৰোত্তৰ যুগৰ ৰাম আতা, ৰামানন্দ দ্বিজ, যদুমণি, দৈত্যাৰি ঠাকুৰ আদি সাধকসকলৰ ৰচনাৰপৰা ভালদৰে অনুমান কৰিব পাৰি। এই গীতিকাৰসকলে শংকৰদেৱ আৰু মাধৱদেৱে ব্যৱহাৰ নকৰা এমত কল্যাণ (ইমন কল্যাণ), মূল-তান, ভৈৰৱী, সুৰত (সোৰট), গন্ধাৰ আদি ৰাগৰ ব্যৱহাৰলৈ চাই এই কথা সহজেই অনুমান কৰিব পাৰি যে শংকৰোত্তৰ যুগতো আমাৰ ইয়ালৈ ভালেমান নতুন ৰাগৰ আমদানি হৈছিল আৰু অসমত ৰাগ সংগীতৰ চৰ্চা আৰু অনুশীলন অব্যাহত আছিল।

আহোম স্বৰ্গদেউসকল সংগীত আৰু নৃত্যকালৰ বিশেষ অনুৰাগী আছিল। উত্তৰ ভাৰতৰপৰা ভালেমান সংগীতজ্ঞক আহোম ৰাজ-সভালৈ অনাৰ কথা বুৰঞ্জীত আছে। অসমৰপৰা কিছুমান বছা বছা শিল্পীক ভাটীৰ দেশলৈ 'পাখোৱাজ' প্ৰভৃতি বাদ্যযন্ত্ৰ বজাবলৈ আৰু গীত শিকিবলৈ পঠোৱা হৈছিল। পিছৰ যুগত 'পাখোৱাজ' বাদ্যযন্ত্ৰটো 'পাখোজ' বাজনা নামেৰে অসমত জনাজাত হৈছিল। দুই এখন সত্ৰৰ বুঢ়া ভকতৰ মুখত এতিয়াও পাখোজী বাজনাৰ বোল শুনিবলৈ পোৱা যায়। মাৰ্গ সংগীতৰ লগত ওতঃপ্ৰোতভাৱে জড়িত 'পাখোৱাজ' বাদ্যৰ ব্যৱহাৰ আমাৰ ইয়াত লোপ পাবলৈ ধৰাটো দুৰ্ভাগ্যজনক সেই কথাত সন্দেহ নাই।

অসমত বৃটিছ শাসন প্ৰৱৰ্তন হোৱাৰ লগে লগে চৰকাৰী চাকৰি, ব্যৱসায়-বাণিজ্য আদিৰ সংক্ৰান্তত ভাৰতৰ বিভিন্ন ঠাইৰপৰা ভালেমান-লোক অসমলৈ আহিবলৈ ধৰে। এইলোকসকলৰ ভিতৰত সংগীত পাৰদৰ্শী ব্যক্তিও আছিল আৰু অৱসৰবিনোদনৰ বাবে যাত্ৰা, থিয়েটাৰ, সংগীতানুষ্ঠান আদিৰ আয়োজন কৰি সেই সময়ৰ ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ জনপ্ৰিয়ধাৰাৰ সৈতে অসমীয়া মানুহৰ সম্পৰ্ক ঘটোৱাৰ সুবিধা দিছিল। অসমৰ গোৱালপাৰা জিলাৰ গৌৰীপুৰ, বিজনী আদিৰ জমিদাৰসকলে উপযুক্ত পাৰিশ্ৰমিক দি গায়ক-বাদক

আদি নিয়োগ কৰিছিল আৰু মাজে সময়ে শাস্ত্ৰীয় সংগীতৰ অনুষ্ঠানৰ আয়োজন কৰি সেই কালৰ ভাৰতৰ শ্ৰেষ্ঠ গায়ক-গায়িকা-সকলক সেই অনুষ্ঠানত অংশ গ্ৰহণ কৰিবলৈ আমন্ত্ৰণ কৰিছিল। বাহ্যিক দৃষ্টিত এনেধৰণৰ সংগীত চৰ্চা অৱসৰবিনোদনৰ বাবে হ'লেও, পৰোক্ষভাৱে ই সেই কালৰ ভালেমান উঠি অহা অসমীয়া সংগীতপ্ৰেমীক শাস্ত্ৰীয় সংগীতৰ শিক্ষালাভ কৰিবলৈ উৎসাহ আৰু সুবিধা দিছিল। ইয়াৰ ফলস্বৰূপে আমি পাইছিলোঁ এই শতিকাৰ আৰম্ভণিতে লক্ষীৰাম বৰুৱাৰ দৰে এগৰাকী লব্ধপ্ৰতিষ্ঠ সংগীতজ্ঞক। তেখেতৰ 'সংগীত সাধনা' আৰু 'সংগীতকোষ' কেৱল অসমৰে নহয়, ভাৰতীয় সংগীত জগতলৈ অমূল্য অৱদান। দুখৰ বিষয় এনে এজন গুণী আৰু কৃতী সংগীতজ্ঞৰ প্ৰকৃত গুণৰ পৰিচয় অসমৰ বাহিৰৰ সংগীতপ্ৰেমীসকলে আজিও লাভ কৰিব পৰা নাই। এই গ্ৰন্থকেইখনিয়ে যাতে সৰ্বভাৰতীয় স্বীকৃতি লাভ কৰিব পাৰে, তাৰ বাবে যত্নপৰ হোৱাটো আমাৰ এটা ডাঙৰ কৰ্তব্য বুলি বিবেচনা কৰোঁ।

এনে এটি মহান আৰু ঐতিহ্যপূৰ্ণ সাংগীতিক পৰম্পৰাৰ গৰাকী হৈও ভাৰতৰ ৰাগসংগীতৰ দৰবাৰত অসমে যোগ্যস্থান নোপোৱাটো পৰিতাপৰ কথা। আমাৰ মাজত যে উপযুক্ত প্ৰতিভাৰ অভাৱ সেইটো নহয়। উপযুক্ত শিক্ষা আৰু সুযোগ পালে অসমৰ শিল্পীয়েও যে সৰ্বভাৰতীয় সন্মানৰ অধিকাৰী হ'ব পাৰে সেই কথা প্ৰমাণ কৰিছে কণ্ঠশিল্পী পাৰবীন চুলতানা, বাদ্যযন্ত্ৰশিল্পী শিশিৰকণাধৰ চৌধুৰী, নৃত্যপটীয়সী শুভলক্ষ্মী বৰুৱা, পুষ্পা ভূঞা আদিয়ে।

ভাৰতীয় ৰাগসংগীতত ব্যৱহৃত ৰাগসমূহত নামৰ সৈতে বৰগীতৰ ব্যৱহৃত সৰহসংখ্যক ৰাগৰে সাদৃশ্য থাকিলেও স্বৰসংযোজনা, প্ৰকাশভংগী আৰু পৰিৱেশনশৈলীৰ ফালৰপৰা বৰগীতৰ ৰাগসমূহৰ এটি সুকীয়া বৈশিষ্ট্য আছে সেই কথা কোনেও নুই কৰিব নোৱাৰে। এই সুকীয়া বৈশিষ্ট্যখিনি উদ্ধাৰ কৰি, বিজ্ঞানসন্মত-



ভাৱে অনুশীলন, চৰ্চা আৰু গৱেষণাৰদ্বাৰা অসমীয়া ৰাগসংগীতক প্ৰচলিত ভাৰতীয় ৰাগসংগীতৰ এটি ধাৰা হিচাপে পুনৰ প্ৰতিষ্ঠা কৰাৰ দায়িত্ব বৰ্তমান সমাজৰ ওপৰত। একেটা বৰগীতকে সত্ৰ-ভেদে বেলেগ বেলেগ ধৰণেৰে পৰিৱেশন কৰা বা একেখন তালকে সুকীয়া ঘাত, বোল আৰু মাত্ৰাৰে বজোৱা ৰীতি সৰহ কাল চলি থাকিলে বৰগীতৰ স্বকীয় বৈশিষ্ট্যখিনি এদিন সম্পূৰ্ণ লোপ পাব সেই কথা সহজেই অনুমান কৰিব পাৰি। ৰাগৰ সৃষ্টি কৰা হয় আৰোহণ আৰু অৱৰোহণত এটি নিৰ্ধাৰিত ৰীতিত কেতবোৰ বিশেষ বিশেষ স্বৰ প্ৰয়োগৰদ্বাৰা। এই বিশেষভাৱে সজোৱা স্বৰ সমষ্টিয়েই এটা ৰাগক আনটোৰপৰা পৃথক কৰে। বৰগীতৰ ৰাগসমূহৰ ক্ষেত্ৰত আমি এই নিয়মৰ ব্যতিক্ৰম ঘটা দেখিবলৈ পাওঁ; একেটা ৰাগকে বিভিন্ন সত্ৰত বিভিন্ন স্বৰ প্ৰয়োগ কৰি গোৱা দেখিবলৈ পোৱা যায়। উদাহৰণস্বৰূপে কমলাবাৰী সত্ৰত কল্যাণ ৰাগ গাওঁতে ঘাইকৈ ঋষভ, গান্ধাৰ আৰু ধৈবত শুদ্ধ হিচাপে ব্যৱহাৰ কৰা হয়; কিন্তু সেই একেই ৰাগতে নগাঁও অঞ্চলত কোমল গান্ধাৰ ব্যৱহাৰ কৰা শুনিছোঁ। কমলাবাৰী অঞ্চলত কল্যাণ ৰাগৰ আৰোহণত মাধ্যমৰ ব্যৱহাৰ নাই বুলিলেই হয়। অথচ বৰপেটাৰ ফালে এই ৰাগত আৰোহণত মধ্যম-স্বৰ ব্যৱহাৰ কৰাৰ উপৰিও কোমল নিষাদ প্ৰয়োগ কৰাও দেখা যায়। কোৱাবাহুল্য বৰগীতৰ ৰাগসমূহৰ ক্ষেত্ৰত এনেধৰণৰ বেমেজালিবোৰ দূৰ কৰি এটা সৰ্বসন্মত ৰীতি নিৰ্ধাৰণ কৰিব পাৰিলেহে তাক মাৰ্গ সংগীতৰ এটি সুকীয়া ধাৰা হিচাপে প্ৰতিষ্ঠিত কৰাটো সম্ভৱ হ'ব।

অসমৰ লোকসংগীত বিভিন্ন ধৰণৰ মৌসুৰীয়া গীতেৰে সমৃদ্ধ। বিহুগীত-বনগীত, আইনাম, বিয়ানাম, টোকাৰী গীত, দেহবিচাৰ-গীত, জিকিৰ-জাৰি, ফুলকোঁৱৰ-মণিকোঁৱৰৰ গীত, মণিৰাম দেৱান, বদন বৰফুকনৰ গীত আদি অসংখ্য লোকগীতৰ গুটিধানেৰে আমাৰ লোকগীতৰ ভঁৰাল পূৰ্ণ হৈ আছে। অষ্ট্ৰিক, তিব্বত-বৰ্মী আৰু আৰ্য আদি বিভিন্ন জনগোষ্ঠীৰ সংস্কৃতিৰ মিশ্ৰণৰ ফলত অসমীয়া লোক-

সংগীত হৈ পৰিছে অধিক প্ৰাণৱন্ত, আকৰ্ষণীয় আৰু বৈচিত্ৰ্যময়। সেইবাবে বিভিন্ন সংগীতধাৰাৰ সুৰপ্ৰৱাহৰ অপূৰ্ব সমন্বয় অসমীয়া লোকসংগীতৰ সুৰৰ মাজত আমি দেখিবলৈ পাওঁ। এফালে তিব্বত-বৰ্মী 'পেণ্টাটনিক' বা পঞ্চস্বৰাশ্ৰয়ী সুৰৰ লগত আৰ্য সংগীতৰ সপ্ত-স্বৰৰ সংমিশ্ৰণ, আনফালে কঠোৰ অনুশাসনযুক্ত শাস্ত্ৰীয় তাল আৰু ছন্দৰ লগত তিব্বতীয় ভোট-তালৰ অপূৰ্ব সংযোগ। এই কথা নিঃসন্দেহে ক'ব পাৰি যে সুৰ আৰু ছন্দৰ বৈচিত্ৰ্যতাৰ দিশৰ পৰা অসমীয়া লোকসংগীতে সহজেই ভাৰতত শ্ৰেষ্ঠ আসনৰ দাবী কৰিব পাৰে।

লোকসংগীতৰ সৃষ্টি হয় জনসমাজৰ চিন্তাধাৰা, পাৰিপাৰ্শ্বিক অৱস্থা আৰু প্ৰয়োজনীয়তাক ভিত্তি কৰি। সেয়ে সামাজিক চিন্তা-ধাৰাৰ পৰিবৰ্তন বা পাৰিপাৰ্শ্বিক অৱস্থাৰ সালসলনিৰ লগে লগে বহুতো লোকগীত লুপ্ত হৈ যোৱাও দেখিবলৈ পোৱা যায়। সুৰৰ ঝংকাৰ তুলি গৃহস্থৰ ঘৰে ঘৰে গীত গাই ফুৰা একালৰ ব'ৰাগী শ্ৰেণীটো আমাৰ সমাজৰপৰা অন্তৰ্হিত হোৱাৰ লগে লগে টোকাৰী, দেহবিচাৰ, ব'ৰাগী গীত বা অন্যান্য আখ্যানমূলক গীত আদিৰ চৰ্চাও যে ক্ৰমাৎ লোপ পাবলৈ ধৰিছে সেই কথা সকলোৱেই স্বীকাৰ কৰিব লাগিব। বছৰৰ প্ৰথমদিনা ঘৰে ঘৰে হুঁচৰি গাই গৃহস্থৰ কল্যাণ কামনা কৰা প্ৰথাৰ জনপ্ৰিয়তা আমাৰ সমাজত হ্ৰাস পাই অহাৰ লগে লগে এই শ্ৰেণী গীতৰ প্ৰচলনো কমি অহা দেখা গৈছে। আমাৰ পাৰিপাৰ্শ্বিক অৱস্থা, সামাজিক আচাৰ-অনুষ্ঠানৰ লগত জড়িত বহুতো গীতপদ এইদৰে লোপ পাবলৈ ধৰাটো পৰিতাপৰ কথা। এনেধৰণৰ গীত-পদবিলাকৰ কথাংশৰ লগতে সুৰবিলাকো বাণীবদ্ধ আৰু স্বৰলিপি কৰি ভাৱীকালৰ বাবে থৈ যোৱাটো বৰ্তমান সমাজৰ কৰ্তব্য।

লোকগীতসমূহ আজি-কালিৰ সমাজত জনপ্ৰিয় আৰু পুনৰ



প্ৰতিষ্ঠিত কৰাৰ আন এটি উপায় হৈছে গীতবিলাক মাৰ্জিত কণ্ঠত, বাদ্যযন্ত্ৰ আদিৰ সহযোগত শ্ৰুতিমধুৰ কৰি পৰিৱেশন কৰাটো। বংগদেশৰ বাউল, ভাটিয়ালি, ভাওৱাইয়া, চটকা, গম্ভীৰা আদি বিভিন্ন লোকগীত, মাৰ্জিতকণ্ঠ আৰু ৰুচিপূৰ্ণ পৰিৱেশন ৰীতিৰ জৰিয়তে নিৰ্মলেন্দু চৌধুৰী, পূৰ্ণদাস বাউল আদি গায়কসকলে সমগ্ৰ দেশতে জনপ্ৰিয় কৰি তোলাৰ কথা কোনে নেজানে? এই ক্ষেত্ৰত আমাৰ অসমতো দুই এজন সম্ভাৱনা থকা শিল্পী দেখিবলৈ পাইছোঁ। ৰামেশ্বৰ পাঠকৰ 'লোকগীত' সকলো অসমীয়া শ্ৰোতাৰে হাবিয়াসৰ বস্তু। খগেন মহন্তৰ উজনীয়া বিহুগীতৰ সুৰৰ লহৰে কামৰূপ-গোৱালপাৰাৰ শ্ৰোতাৰ অন্তৰতো খলক লগোৱা নাই জানো? সুকণ্ঠী প্ৰতিমা বৰুৱাৰ গোৱালপৰীয়াৰ লোকগীতেও ইতিমধ্যে যথেষ্ট জনপ্ৰিয়তা অৰ্জন কৰিছে। কোৱাবাহুল্য এইসকল শিল্পীৰ গীত জনপ্ৰিয় হোৱাৰ মূলতে মাৰ্জিতকণ্ঠ, সুৰেলা পৰিৱেশন আৰু সুৰত বন্ধা প্ৰয়োজনীয় বাদ্যযন্ত্ৰৰ সহযোগ। অৱশ্যে লোকসংগীতৰ ক্ষেত্ৰত 'আধুনিকীকৰণ' কেতিয়াও হ'বলৈ দিয়াটো উচিত নহয়। গীতবিলাকৰ 'ৰাষ্টিক' বা গাঁৱলীয়া সৌন্দৰ্য, সৰল আৰু পোনপটীয়া প্ৰকাশভংগী, খোলা আৰু উদাত্তকণ্ঠৰ ব্যৱহাৰ আদি বৈশিষ্ট্যবিলাক যাতে অক্ষুণ্ণ থাকে তাৰ প্ৰতি চকু ৰাখিব লাগিব।

সৰ্বশেষত আমাৰ সংগীতৰ এটি জনপ্ৰিয়ধাৰা অৰ্থাৎ আধুনিক গীতৰ বিষয়ে উল্লেখ নকৰিলে আজিৰ আলোচনা অসম্পূৰ্ণ হৈ ৰ'ব। কোৱাবাহুল্য কেৱল অসমতেই নহয়, ভাৰতবৰ্ষৰ প্ৰায় সকলো অঞ্চলতে এই বিধ গীতৰ ক্ৰমবৰ্ধমান জনপ্ৰিয়তাই আমাৰ সাংস্কৃতিক জগতত এটি নৱ আলোড়নৰ সৃষ্টি কৰিছে। তুলনামূলকভাৱে নতুন হ'লেও ইতিমধ্যে অসমীয়া আধুনিক গীতে এটি স্বকীয় ৰূপত নিজকে প্ৰকাশ কৰিবলৈ সক্ষম হৈছে। কথাশিল্প আৰু সুৰশিল্পৰ মিলনৰ মাজেৰে এটি অপৰূপ সৃষ্টি মূৰ্ত হৈ উঠা দেখিবলৈ পাওঁ এই আধুনিক গীত-সমূহৰ মাজত। ৰাগসংগীতৰ আমি সুৰ শুনি মুগ্ধ হওঁ, বিবিধ স্বৰ

ব্যঞ্জনা আৰু তানালাপৰ মাজেৰে বিকশিত হৈ উঠা সংগীতৰ সুৰ-বৈচিত্ৰ্য উপভোগ কৰোঁ ; কিন্তু আধুনিক গীতৰ ক্ষেত্ৰত কথাংশ বা কাব্যৰ মৰ্মগত ভাব-ৰসটিক বিভিন্ন সুৰ-ব্যঞ্জনাৰ মাজেৰে নিবিড়ভাৱে গ্ৰহণ কৰোঁ। কোৱাবাহুল্য কথা আৰু সুৰৰ যুগলমিলনেই আধুনিক গীতৰ প্ৰধান বৈশিষ্ট্য আৰু সেইবাবে গীতৰ মূল ভাৱটিক সুৰৰ ইন্দ্ৰজালেৰে সজীৱ কৰি শ্ৰোতাৰ অন্তৰ স্পৰ্শ কৰিব পৰাটোৱেই এইবিধ গীতৰ সাৰ্থকতা।

অসমীয়া আধুনিক সংগীতৰ জনক লক্ষ্মীৰাম বৰুৱাৰ দিনৰপৰা আমি ভালেখিনি বাট আগুৱাই আহিলোঁ। ইয়াৰ ভিতৰত বহুতো গীতৰ সৃষ্টি হ'ল, সুৰে ৰহণ সলালে, পৰিৱেশনশৈলী সলনি হ'ল, সহযোগী বাদ্যযন্ত্ৰৰ ক্ষেত্ৰতো ভালেখিনি পৰিৱৰ্তন সাধিত হ'ল! প্ৰথমাৱস্থাৰ ৰাগভিত্তিক গতানুগতিক ৰচনাৰীতি পৰিহাৰ কৰি অসমীয়া আধুনিক গীতৰ ক্ষেত্ৰত এটি নতুন যুগৰ সূচনা কৰিলে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে। কেৱল সুৰৰ ক্ষেত্ৰতে নহয়, গীতৰ শব্দচয়ন আৰু ভাৱ প্ৰকাশৰ ক্ষেত্ৰতো এইগৰাকী মহান সুৰ-শিল্পীয়ে এটি নতুন দিশৰ সন্ধান দিলে ; কিন্তু জ্যোতিপ্ৰসাদ স্বৰ্গী হোৱাৰ প্ৰায় ডেৰকুৰি বছৰৰ পিছতো তেখেতৰ গীতৰ সঠিক সুৰবোৰ সংগ্ৰহ কৰি তাক স্বৰলিপিৰ আকাৰেৰে প্ৰকাশ কৰাৰ কোনো প্ৰচেষ্টাই আমাৰ সমাজে হাতত নোলোৱাটো পৰিতাপৰ কথা। ইতিমধ্যে বিভিন্ন ঠাইত শিল্পীগৰাকীৰ কেইবাটাও গীত ভুল সুৰত গোৱা আমি শুনিবলৈ পাইছোঁ। আনকি তেখেতৰ এটি গীতৰ মাজৰ দুটা পংক্তি সম্পূৰ্ণ বাদ দি বাণীৰন্ধও কৰা হৈছে। কোৱাবাহুল্য, এনেধৰণৰ স্বেচ্ছাচাৰিতা সৰহকাল চলি থাকিলে আমাৰ আধুনিক সংগীতৰ এটি ধাৰাৰ অপূৰণীয় ক্ষতি হ'ব।

বৰ্তমান কালৰ অসমীয়া আধুনিক সংগীতৰ বিষয়ে আলোচনা কৰিবলৈ যাওঁতে এগৰাকী শিল্পীৰ কথাই পোন প্ৰথমে মনলৈ আহে—তেখেত



হ'ল সুকণ্ঠি সুৰ-শিল্পী ভূপেন হাজৰিকা। এই কথা অনস্বীকাৰ্য যে হাজৰিকাই অসমীয়া গীতৰ প্ৰাণত এটি নতুন স্পন্দন জগালে, তাক এটি নতুন গতি দিলে আৰু ভাৰতীয় আধুনিক সংগীতৰ দৰবাৰত এখনি মৰ্যাদাৰ আসন দান কৰিলে। ভাষাৰ গণ্ডী পাৰ হৈ হাজৰিকাৰ গীত অসমৰ বাহিৰৰ শ্ৰোতাৰ অন্তৰো জয় কৰিব পৰাটো সমগ্ৰ অসমবাসীৰ বাবে নিশ্চয় গৌৰৱৰ বিষয়।

বিভিন্ন বাদ্যযন্ত্ৰৰ নিয়মিত আৰু সুসংগত ব্যৱহাৰ আধুনিক সংগীতৰ অন্য এটি বৈশিষ্ট্য বুলি ক'ব পৰা যায়। অসমীয়া আধুনিক গীতৰ সৈতে বাদ্য সংগীতৰ সহযোগৰ ক্ষেত্ৰতো নানাধৰণৰ পৰীক্ষা-নিৰীক্ষা চলিব ধৰিছে। উঠি অহা এচাম শিল্পীক ভাৰতীয় বাদ্য-যন্ত্ৰ বাদ দি গীটাৰ, বংগো একৰ্ডিয়ান আদি পশ্চিমীয়া বাদ্য যন্ত্ৰক আঁকোৱালি লোৱা দেখা গৈছে। প্ৰয়োজনমতে আমাৰ সংগীতত পশ্চিমীয়া বাদ্যযন্ত্ৰ ব্যৱহাৰ কৰাত আপত্তিৰ কোনো কাৰণ নাথাকিলেও, আগ-পাছ নুগুণি জধে-মধে সকলো গীততে এনেধৰণৰ বাদ্যযন্ত্ৰ ব্যৱহাৰ কৰি আধুনিক বা অত্যাধুনিক বোলাবলৈ চলোৱা প্ৰচেষ্টাই আমাৰ সংগীতৰ মান কেতিয়াও উন্নত কৰিব নোৱাৰে। তদুপৰি আমাৰ সংগীতৰ ভিত্তি হ'ল 'নেচাৰেল স্কেল'। গতিকে টেম্পাৰ্দ স্কেল'ত বদ্ধ পশ্চিমীয়া বাদ্যযন্ত্ৰৰ বাধাহীন ব্যৱহাৰে আমাৰ আধুনিক গীতৰ উন্নতিৰ ক্ষেত্ৰত কিমানদূৰ সহায় কৰিব সেইকথাও ভাৱিচাবলগীয়া।

আমাৰ সাংগীতিক পৰম্পৰা তাল আৰু ছন্দৰ বৈচিত্ৰ্যতাৰে সমৃদ্ধ। অসমীয়া ছন্দ শিল্পৰো এটি স্বকীয় বৈশিষ্ট্য আছে। দ্বিমাত্ৰিক আৰু চতুৰ্মাত্ৰিক তালৰ উপৰিও বিভিন্ন ছন্দৰ বিষমমাত্ৰিক তাল বৰগীতসমূহত আজিও ব্যৱহাৰ কৰা দেখা যায়। আমাৰ আধুনিক গীত ৰচকসকলে কেৱল দাদ্ৰা আৰু কাহৰৱা তালতে নিজকে আবদ্ধ নাৰাখি, থলুৱা তাল-মানৰ ছন্দ বৈচিত্ৰ্যতাও তেখেতসকলৰ

সংগীত-ৰচনাত ব্যৱহাৰ কৰিলে, অসমীয়া আধুনিক গীতৰ ক্ষেত্ৰত এটি নতুন যুগৰ সূচনা হ'ব সেইকথা নিঃসন্দেহে ক'ব পৰা যায়।

আমাৰ দেশে স্বাধীনতা লাভ কৰাৰ পিছৰ কালছোৱাত বিভিন্ন আঞ্চলিক গীত-পদ, নাট-নৃত্য আদিক পোহৰলৈ উলিয়াই আনি পুনৰ প্ৰতিষ্ঠা কৰাৰ প্ৰচেষ্টা নিঃসন্দেহে আমাৰ সাংস্কৃতিক জীৱনৰ এটি শুভলক্ষণ। সুখৰ কথা অসমৰ জনসাধাৰণৰ মাজতো এই জাগৰণ পৰিলক্ষিত হৈছে আৰু ইতিমধ্যে কেইবাটিও দিশত তাৰ সুফলো দৃষ্টিগোচৰ হৈছে। বিজ্ঞানসন্মতভাৱে সংগীতৰ শিক্ষা আৰু গৱেষণাৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ত এটি সংগীতৰ বিভাগ আৰম্ভ কৰিবলৈ লোৱা অসম চৰকাৰৰ সিদ্ধান্ত আমাৰ সাংস্কৃতিক জীৱনত এটি বলিষ্ঠ পদক্ষেপ। এনেধৰণৰ সংগীতৰ অনুষ্ঠান আমাৰ এটি বহুদিনীয়া অভাৱ পূৰণ কৰি উঠি অহা শিল্পীসকলক বিজ্ঞান-সন্মতভাৱে সংগীত শিক্ষা লাভ কৰাৰ সুবিধা আগবঢ়োৱাৰ উপৰিও অসমীয়া সংগীতক এখনি মৰ্যদাৰ আসন দিবলৈ সক্ষম হ'ব— সেইকথা সহজেই অনুমান কৰিব পৰা যায়।

শ্ৰদ্ধেয় সুধীবৃন্দ, সংগীত কলাৰ এজন নিঃকিন সেৱক হিচাপে আমাৰ দেশৰ সংগীতৰ বিষয়ে নিজৰ অভিজ্ঞতাখিনি থূলমূলকৈ আপোনালোকৰ আগত দাঙি ধৰিলোঁ। অসমীয়া ভাষা-সংস্কৃতিৰ জয় হওক, ভাৰতীয় সংস্কৃতিৰ ৰংগমঞ্চত অসমীয়া গীত-নৃত্যই স্বকীয় গুণেৰে বিভূষিত হৈ নতুনকৈ অৱতীৰ্ণ হওক, ইয়াকে কামনা কৰিলোঁ।

— --

## কবি সন্মিলন ঃ সভাপতিৰ অভিভাষণ

শ্ৰীবীৰেন বৰকটকী

পৰম শ্ৰদ্ধাভাজন ভাষা-জননীৰ সেৱক-সেৱিকাসকল,

অসম সাহিত্য সভাৰ ছকুৰি চাৰিবছৰীয়া অধিৱেশনৰ আজি এই পৱিত্ৰ ক্ষণত কবি সন্মিলনৰ সভাপতিৰ আসন যাচি আপোনালোকে মোৰ প্ৰতি যি সন্মান আগবঢ়ালে সেই সন্মান পাবৰ যোগ্যতা মোৰ নাই। তথাপিও অসমীয়া ভাষা-সাহিত্যৰ এজন অতি নগণ্য সেৱক হিচাপে এই সন্মানক আপোনালোকৰ অন্তৰভৰা আশীৰ্বাদ আৰু উদ্‌গনি বুলি গ্ৰহণ কৰি মোৰ চিৰনমস্য ৰাইজৰ চৰণত মূৰ দোৱাইছোঁ। এই সুন্দৰ সন্ধিয়াৰ কবি সন্মিলনত প্ৰবীণ-নবীন কবিসকলৰ অমৃতবৰষা কণ্ঠৰ কবিতা শুনি নিজে অনুপ্ৰাণিত হ'ম বুলিহে এই গুৰুদায়িত্ব বহন কৰিছোঁ। মোৰ নিজৰ ফালৰপৰা আপোনালোকক অনুপ্ৰাণিত কৰিবলৈ বৌদ্ধিক জ্ঞানৰ সমল একো নাই। জ্ঞান-সাগৰৰ পাৰত থিয় দি জ্ঞানৰ ঢৌৰ চিক্‌মিকনি দেখি দৃষ্টি বিভ্ৰমহে হ'ব খোজে। জ্ঞান-সাগৰত পাৰি দিয়াৰ শক্তিৰ আমাৰ অভাৱ। তথাপিও আনন্দ লাভ কৰোঁ জ্ঞানৰ মুকুতা বিচাৰি পাৰি দিয়া নাৱিকসকলৰ দূৰ-দূৰণিৰ যাত্ৰা চাই।

কবিতা কি, কবিতাৰ উপাদান কি? লক্ষ্য কি? এই প্ৰশ্ন নতুন নহয় পুৰণি; কবিতা ব্যক্তি-মানসত অৱস্থিত ভাৱৰাশিৰ সৌন্দৰ্য-ময়ী শব্দৰ ছন্দোবদ্ধ প্ৰকাশ। কবিতা শব্দৰ শিল্প কাৰণে কবিতাত শব্দৰ মাধুৰ্যৰ ওপৰত গুৰুত্ব দিয়া হয়। আদি কবি বাল্মীকিৰ "মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতী সমাঃ" শ্লোকটোৰপৰা আৰম্ভ

কৰি আজিলৈকে বিভিন্ন ছন্দই কবিতাত বিশেষ ভূমিকা গ্ৰহণ কৰিছে। তথাপিও এই কথা ক'ব লাগিব যে ছন্দই শব্দসম্ভাবৰ-দ্বাৰা ছন্দ আৰু অলংকাৰৰ প্ৰয়োগত ভাৱৰ সমৃদ্ধি ঘটে যদিও অলংকাৰবিহীন কবিতাতো কবিয়ে ভাৱক সুন্দৰ ৰূপত প্ৰকাশ কৰিব পাৰে। উদাহৰণস্বৰূপে 'মাইকেল' কবিতাত কবি ৱৰ্ডছৱৰ্থে পুত্ৰ হেৰোৱাত পিতৃৰ বেদনা কেইটামান অলংকাৰবিহীন শব্দৰ মাজেদি প্ৰকাশ কৰিছে ঃ And never lifted up a single stone.

পাৰ্থিৱ বস্তু বা অপাৰ্থিৱ বস্তুৰ কল্পনাময় ৰূপে কবিৰ অন্তৰত ভাৱৰ সৃষ্টি কৰে আৰু তাৰ ফলস্বৰূপেই কবিৰ লিখনীত কবিতা মূৰ্তমান হৈ উঠে। কবিয়ে পৃথিবীত বহু অভিজ্ঞতা লাভ কৰে। এই অভিজ্ঞতাৰ মাজেদি কল্পলোকত বিচৰণ কৰোঁতে কবিৰ অন্তৰ আনন্দ, বেদনা ইত্যাদি ভাৱেৰে ভৰপূৰ হয় আৰু সেই ভৰপূৰ অন্তৰৰপৰাই ওলাই আহে মাধুৰ্য্যৰেভৰা সুসজ্জিত শব্দৰাজি। সেয়েহে বোধকৰোঁ কলৰিজে কবিতাক ভালকৈ সজোৱা শব্দৰাজি বুলি অভিহিত কৰিছে। এই ভালকৈ সজোৱা শব্দৰাজি হ'ল কবি-মনৰ নিৰ্বাচিত শব্দসমূহ। নিৰ্বাচিত শব্দবোৰ কবিৰ ৰসপূৰ্ণ অন্তৰৰপৰা যেতিয়া ওলাই আহে তেতিয়া এই শব্দবোৰ ৰসযুক্ত, ভাৱযুক্ত হৈ কবিক আনন্দ দিয়াৰ উপৰিও পাঠককো আনন্দ দিয়ে। কবিয়ে নিজে আনন্দ লাভ কৰি পাঠককো আনন্দ লাভ কৰাব পাৰিলেহে কবিতাত সৃষ্টিৰ মহত্ব ফুটি উঠে। ভট্টনায়কে কৈছে যে কবিৰ অন্তৰ ৰসৰে পৰিপূৰ্ণ নহলে তেওঁ যি কবিতা সৃষ্টি কৰিব সি আনৰ অন্তৰত ৰস সৃষ্টি কৰিব নোৱাৰে। কবিৰ নিৰ্বাচিত শব্দৰাজি অন্তৰৰপৰা ওলাই আহোঁতে অভিধা শক্তিৰ লগতে ব্যঞ্জনা শক্তি লৈ আহে। শব্দৰ ধ্বনি বা ব্যঞ্জনা শক্তি থকাৰ কাৰণে কবিতাই অন্তৰতকৈও কাণক বেছি আকৰ্ষণ কৰে। সেয়েহে বহুতো কবিতা বুজাৰ আগতেই কাণত



মধুময় পৰিৱেশ সৃষ্টি কৰি শ্ৰোতাক আনন্দ দান দিয়ে। ইলিয়টৰ 'ৱেষ্ট লেণ্ড' খৰচি মাৰি বুজা মানুহৰ সংখ্যা বহুত নহ'ব। তথাপিও ইলিয়টৰ 'ৱেষ্ট লেণ্ড' ইংৰাজী জনা কবিতাপ্ৰেমীসকলে পঢ়ে তাত সাংগীতিক লয় পায় কাৰণে ঃ

Waited for rain while the
black clouds
Gathered for distant over
Himavant
Datta—Dyadhvam Damyata
Shantih Shantih
Spoke the Thunder.

Waste land.—T. S. Eliot

সেইদৰে নৱ বৰুৱাৰ ঃ

পৃথিবীৰ প্ৰথম নাৰীয়ে যিটি ফুল খোপাত গুজিলে
সেইফুল বিহ-মেটেকাৰ।
সেইবাবে পৃথিবীত সৌন্দৰ্যৰ পূজাৰীয়ে মাথোঁ পায়
বিহৰ দংশন
ধ্বংস হয় শান্তি অন্তৰৰ,

সেই অশান্তিয়ে জন্ম দিলে পৃথিবীৰ অশান্ত কবিতা। ইত্যাদি শাৰীত অন্তৰে অৰ্থ বিচৰাতকৈ কাণে মধুৰতা বিচাৰে।

কবিতা জীৱনৰ ভাষ্য। এয়া আৰ্ণল্ডৰ উক্তি। কবিতা যদি জীৱনৰ ভাষ্য, এই জীৱনৰ ওপৰতে কবিসকলে কবিতাৰ বিষয়-বস্তু বিচাৰি লৈ জীৱনৰ প্ৰকৃত অৰ্থ বিচাৰ কৰিবলৈ চেষ্টা কৰে। পৃথিবীৰ মহৎ কবিসকলে তেওঁলোকৰ লিখনীৰ মাজেদি স্বীকাৰ কৰিছে যে কবিতা জীৱনৰপৰাই সৃষ্টি হয়—ই জীৱনৰেই অধিকাৰী আৰু ইয়াৰ অৱস্থিতিও জীৱনৰ কাৰণেই। জীৱনৰ ফলবান খণ্ডক

লাভ কৰিবলৈ কবিয়ে কবিতাত আকুল নিবেদন জনায়। সেয়েহে বিশ্বকবি ৰবীন্দ্ৰনাথৰ কবিতাত শুনো ঃ

জীবনের কোনো একটি ফলবান খণ্ডকে
যদি জয় করি থাকি পরম দুঃখে
তবে দিয়ো তোমার মাটির ফোঁটার
একটি তিলক আমার কপালে। (পৃথিবী)

জীৱন বুলিলে জীৱনৰ লগত নৈতিক কথাবোৰ সাঙোৰ খাই থাকে। জীৱনৰ মহত্ব ফুটাই তুলিবলৈ হলে কবিয়ে অন্তৰৰ ভাৱবাশিক নৈতিকতাৰ বোল দিব লাগিব। এনে বোল লাগি কবিৰ অন্তৰৰপৰা ওলাই অহা সুন্দৰ শব্দৰাজিয়ে মহৎ জীৱন সৃষ্টি কৰাত সহায় কৰিব পাৰে। নৈতিকতাৰ বিৰোধী কবিতা প্ৰকৃত জীৱন বিৰোধী কবিতা। নৈতিকতা মানে আমি ক'ব খুজিছো জীৱন কলাক উন্নত স্তৰলৈ লৈ যাব পৰা ভাধৰাবাহে। জ্যোতিপ্ৰসাদৰ কবিতাত এনে ভাৱেই প্ৰকাশ পাইছিল ঃ

জীৱন কলাক ধুনীয়া কৰি
মানুহকেই মানুহ কৰি
থৈ যাবলৈ
বাস্তৱৰেই কেন্দ্ৰস্থলীত
লৈছোঁ স্থিতি —
বুজিবলৈ দুষ্কৃতি দুৰ্বাৰ।

মানৱ জীৱনৰ অন্তৰৰো অন্তৰ জগতলৈ সোমাই জীৱনৰ মহৎ ৰূপক যিজনে উপলব্ধি কৰিব পাৰে তেৱেঁই সাৰ্থক কবি। জীৱন আৰু জীৱনৰ লগত অবিচ্ছেদ্য সম্বন্ধ থকা বিশ্বৰ প্ৰকৃত ৰূপ উপলব্ধি কৰা অতি জটিল; কিন্তু এই জটিলতা সহজ হৈ পৰে শব্দৰ সহায়ত অনুভূতিৰ মাধ্যমত কবিসকলৰ হাতত। কবিয়ে হৃদয়েৰে



মানৱ জীৱনৰ বিচিত্ৰ ৰূপৰ কথা উপলব্ধি কৰে। বিচিত্ৰ ৰূপৰ মাজেদি জীৱনৰ সামগ্ৰিকতাৰ কলাসুলভ উপলব্ধিয়েই হ'ল মানৱ জাতিৰ মহৎ জীৱনৰ পাতনি, সংস্কৃতিৰ মহান ৰূপ।

সংস্কৃতিৰ মহান ৰূপ সাৰ্থকভাৱে ফুটাই তুলিবলৈ সমাজৰ যি মানুহে সংস্কৃতি গঢ়ে কবি তেওঁলোকৰ কাষ চাপিব লাগিব। জাতিৰ জীৱনৰ বিভিন্ন পৰ্যায়ৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ ফলত যি সংস্কৃতি গঢ়ি উঠে সেই সংস্কৃতি নিছিগাধাৰত জনসাধাৰণৰ জীৱনৰ লগতে গতি কৰে। সোঁতাল নদীৰ গতি অবিচ্ছিন্ন; কিন্তু নদীয়ে সোঁতৰ বুকুত অনা জাঁজৰি কেতিয়াবা পাৰৰ বালিত পেলাই চলি অহা সুঁতিটো এৰি আন সুঁতি সৃষ্টি কৰি গুচি যায়; কিন্তু নদীৰ গতি ধাৰনিছিগা। ঠিক সেইদৰে সংস্কৃতিয়েও এৰাধৰা কৰি আৱহমান গতি অব্যাহত ৰাখে। এই সংস্কৃতিৰ বুকুত জনজীৱনৰ আনন্দ, বিষাদ, প্ৰতিভা আদি কালজয়ী হৈ থাকে। সংস্কৃতিৰ বিভিন্ন চলমান প্ৰতিভা আদি কালজয়ী হৈ থাকে। সংস্কৃতিৰ বিভিন্ন চলমান প্ৰতিক্ৰিয়া ভাষাৰ বুকুত জীপ লয়। ভাষাৰ বুকুৰপৰা কবিয়ে নিজৰ অন্তৰৰ অনুভূতিক প্ৰাণ দিবপৰা শব্দৰাজি বাছি লয়। কবিতা সংস্কৃতিৰ গতিমান ইংগিতধৰ্মী চিত্ৰকলা। সমাজৰ সৃষ্টি কলা-সংস্কৃতিৰ মহান ৰূপ জীয়াই থাকে জনসাধাৰণৰ সৃষ্টি প্ৰতিভাৰ মাজত। ব্যক্তিগত সৃষ্টি প্ৰতিভাৰ মাজেৰে সামগ্ৰিক জীৱনৰ প্ৰকৃত ৰূপ ফুটাই তুলিব নোৱাৰিলে কবি প্ৰকৃত সংস্কৃতিৰ পূজাৰী হ'ব নোৱাৰে। সেয়েহে সংস্কৃতিৰ পূজাৰী জ্যোতিপ্ৰসাদে কৈছে ঃ

জন চেতনাৰ স্পৰ্শত জাগে —
ব্যথা বেদনাৰ গান,
জাগে দুৰ্জয় অজেয় শক্তি
সংস্কৃতিৰ সুমহান।

ৰুছ দেশৰ বিখ্যাত কবি মায়াকভস্কিয়েও সেই একেদৰেই উপলব্ধি কৰিছিল :

This song, then will be song
Of our worries, triumphs
And everyday life.

মায়াকভস্কিৰ কবি-প্ৰতিভাৰ কথা উল্লেখ কৰোঁতে পাবল' নেৰুদাই কৈছিল : Mayakovsky dedicated all his reasonable power of a poet to the fight for a better future for all mankind. মায়াকভস্কিয়ে তেওঁৰ কবিতাত পুৰণি ভুৱা অন্ধ-বিশ্বাসৰ সংস্কাৰ ভাঙি জাতীয় সংস্কৃতিৰ উন্নতিৰ কাৰণে নতুন পথ গ্ৰহণ কৰিবলৈ আহ্বান জনাইছিল। এই নতুন পথৰ যাত্ৰাত জনগণৰ প্ৰাণৰ লগত সম্পৰ্ক থকা জাতীয় আত্মাৰ আহ্বান আছে। জাতীয় আত্মা, জাতীয় প্ৰতিভাৰ স্বাক্ষৰ বহন কৰিব নোৱাৰিলে কবিতাই হয়তো বিশ্বজনীনতাক আঁকোৱালি ল'ব নোৱাৰিব। জ্যোতিপ্ৰসাদৰ ভাষাত :

লুইতৰ পাৰে পাৰে
ভাৰত সাগৰলৈ'
মুকুতা বিচাৰি ভটীয়াওঁ।
ওপজা গাঁৱৰপৰা
নিজৰাৰ পাৰেদি
জান-জুৰি নৈয়েদি
লুইতৰ ৰূপালী বালিয়ে মই
জোনাকত বালিভাত খাই
সোৱণশিৰীয়া সোণ দিনৌ কমাওঁ।
মাৰ যোৱা বেলিটিৰ জিলিকণি লেপি মই
নতুন পুৱাৰ ছবি চাওঁ
মহাভাৰতৰ বাটে
পৃথিৱীৰ সবাহলৈ যাওঁ।



মিছিছিপি, ভল্‌গা, টেমছৰ পাৰলৈ যাবলৈ বিচাৰি লুইতৰ ৰূপালী বালিৰ ওপৰেদি, গংগা, যমুনা, সিন্ধুৰ পাৰৰ আকাশেদি আমাৰ মন-বিমান উৰা মোৰ পৃথিৱীৰ সবাহলৈ যাওঁতে যদি আমাৰ সোৱণশিৰি, লুইত, গংগাৰ স্মৃতি মনৰপৰা নিচিহ্ন হৈ নাযায় তেনেহলে সেই স্মৃতিহে আমাক 'ভুবন বিজয়ী লিখনীৰে' বিশ্বমানৱৰ প্ৰাণৰ বেদনা ব্যথা নিজৰ ব্যথা কৰি লৈ মই হৈয়ো আমি হৈ যোৱাত সহায় কৰিব। প্ৰকৃত জাতীয় ভাৱধাৰা আৰু সাৰ্বজনীনতাৰ মাজত দ্বন্দ নাই। চিতলী ফিংকেলষ্টাইনে সেইবাবে বোধকৰো কৈছে : There is no contradiction between true national expression and universality. প্ৰকৃত কবি প্ৰকৃত শিল্পী মই নোহোৱাকৈ আমি হৈ যোৱা নাই, নিজৰ দেশৰ মাটিৰ গোন্ধ নোপোৱাকৈ বিশ্বৰ মাটিৰ গোন্ধ পোৱা নাই। কবি নৱকান্ত বৰুৱাৰ ভাষাত :

'দেশ' বুলি এই দুটা সহজ আখৰ
'মোৰ দেশ' দুটি সৰু কথা,
তাতেই শুনিছোঁ মই চিৰকাল বিশ্বৰ বাৰতা
তাতেই পাইছোঁ দিশা বিশ্বৰ বাটৰ।
..............................
..............................
ইতিহাস ভূগোলৰ সন্ধিৰ সবল সূত্ৰ
গ্ৰহণ নকৰি কোন হ'ব পাৰে বিশ্ব নাগৰিক ?

প'ল ৰবচনৰ 'We are in the same boat brother গীত অকল জানো নিগ্ৰো জনতাৰ প্ৰাণৰ গীতহে ? নানান নিষ্পেষণত জৰ্জৰিত বিশ্বজনতাৰ প্ৰাণৰ গীত নহয় জানো ?

নিজৰ মাটিৰ গোন্ধ কলাৰ কাৰণে কলাৰ সৃষ্টিৰ ক্ষেত্ৰত নাই, আছে মানুহৰ কাৰণে কলাৰ সৃষ্টিৰ ক্ষেত্ৰত। কলা মানুহৰ বাবে এই কথা বিশেষভাৱে স্বীকৃতি দিছে গণ সংস্কৃতিয়ে। ইয়াৰ বাহক সহজ সৰল ভাষা আৰু মুখে মুখে চলি অহা নানান গীত-মাত। এই সংস্কৃতিয়ে অৱদান দিয়া ফকৰা-যোজনা, গীত-মাতত জীৱনৰ বেদনা, আনন্দ, আশা-আকাংক্ষা মিশ্ৰিত হৈ আছে। মহৎ কবিয়ে ইয়াৰপৰাই আহিলা সংগ্ৰহ কৰি মহৎ সাহিত্য সৃষ্টি কৰিবৰ কাৰণে প্ৰেৰণা পায়। বিভিন্ন সময়ৰ সাহিত্য বিশ্লেষণ কৰিলে দেখা যায় যে গোটেই বিশ্বতে সাহিত্যক জনসাধাৰণৰ ঢুকি পোৱাৰ অৱস্থাৰপৰা আঁতৰাই ৰখা হৈছিল। শ্ৰেণীৰ সচেতনা থকা বুদ্ধিজীৱী সমাজে সদায়েই কবিতাই বোলক বা অন্য সাহিত্যই বোলক সকলোকে ওপৰখাপৰ বস্তু গঢ়ি তুলিবলৈ যত্ন কৰিছিল। তাৰ ফলত জনসাধাৰণে অধিক শিক্ষা-দীক্ষাৰ অভাৱত সাহিত্যৰ বিষয়বস্তু গ্ৰহণ কৰিবলৈ অপাৰগ হৈছিল। ভাষাৰ জটিলতাই তেওঁলোকক তাৰপৰা বিশেষভাৱে আঁতৰাই ৰাখিছিল। কবিতা প্ৰাণৰ, তাৰ প্ৰকাশ হ'ব লাগিব মুখৰ ভাষাৰে। এই মুখৰ ভাষা জন-সংস্কৃতিৰ প্ৰাণ দিয়াৰ সাধাৰণ মানুহৰ ভাষা, সাধাৰণ মানুহৰ অভিজ্ঞতাৰ প্ৰকাশ। কবি হীৰেন ভট্টাচাৰ্যৰ ভাষাত ঃ

প্ৰতিটো শব্দৰ শৰীৰে শৰীৰে বিয়পি আছে মোৰ
আইৰ চাদৰৰ মোলান আঁচলত লাগি থকা কিংবদন্তিৰ কৰুণতা।
.....................................
....................

মই সাধাৰণ কবি কান্ধ সলনি কৰি বৈ অনা মোৰ এই শব্দবোৰত
মানুহৰ নিদাৰুণ অভিজ্ঞতা, বুৰঞ্জীৰ নিষ্ঠুৰ আঁচোৰ।

সাধাৰণ মানুহৰ ভাষাৰে সাধাৰণ মানুহৰ কথা কোৱা কবিতা তেনেহলে উদ্দেশ্যধৰ্মীনে ?



কবিতা যদি কলা আৰু কলা যদি জীৱনৰ বাবে তেনেহলে সেই কলাৰ লগত জড়িত আছে উদ্দেশ্যধৰ্মিতা। সকলো যুগৰে সকলো মহৎ সাহিত্যই উদ্দেশ্যধৰ্মী। অৱশ্যে উদ্দেশ্যধৰ্মিতা প্ৰচাৰধৰ্মিতালৈ কেৱল ৰূপান্তৰিত হ'লে সি সাময়িকভাৱে মানসিক সন্তোষ দিব পাৰে ; কিন্তু মহৎ সাহিত্যৰ ভঁড়ালত মাণিকীমধুৰী হৈ থাকিব নোৱাৰে। কবিয়ে কবিৰ সৃষ্টিক উপৰুৱা বাস্তৱৰ প্ৰচাৰধৰ্মিতাৰে কেৱল বোল নিদি প্ৰতিষ্ঠা কৰিব লাগিব কল্পনাৰ মধুৰ বোলেৰে ঐতিহ্যৰ ভেঁটিত। এনে কবিতাই কবিক বিশ্বৰ প্ৰগতিৰ লগত মিলাই মানুহ মানুহৰ বাবে বুলি হৈ বিশ্বৰ চকু মেল খাব খোজা মানুহক পৰমসত্যৰ সন্ধান দি পোহৰৰ বাটলৈ লৈ আহিব পাৰিব। সমাজৰ মংগলকামী চেতনাৰ প্ৰতি কবিসকল সজাগ হ'ব লাগিব ; কাৰণ কবি-সাহিত্যিক অকল স্ৰষ্টাও নহয় দ্ৰষ্টাও। সেইকাৰণে লেনিনে কবি-সাহিত্যিকসকলক "মানৱ আত্মাৰ অভিযন্তা" বুলি কৈছিল। লেনিনৰ এই মানৱ আত্মা হ'ল নিষ্পেষিত জনগণৰ মানৱ আত্মা। সমাজক আগবঢ়াই নিয়াৰ প্ৰেৰণা আছে অতীতৰ প্ৰয়োজনীয় সমলৰ মাজত। তাৰপৰাই বৰ্তমানৰ আৱশ্যকতাখিনি গ্ৰহণ কৰি প্ৰতিকূল পুৰণিক পৰিহাৰ কৰি নতুন ভাৱধাৰাৰ সৃষ্টি কৰিব লাগিব। ইয়াকে কৰিব পাৰিলেহে কবিয়ে সামাজিক দায়িত্ব পালন কৰা হ'ব। এই ক্ষেত্ৰত কলাৰ মৰ্যাদা হানি নকৰাকৈ কবি-সাহিত্যিকসকলে নিজ নিজ সৃষ্টিৰ মাজেৰে সমাজৰ প্ৰগতিশীল পৰিবৰ্তনৰ বাটত বৰঙণি যোগাব। কলা-সংস্কৃতি চিৰদিনেই পৱিত্ৰ হৈ ৰ'ব, যদি সেই কলা-সংস্কৃতিৰ লগত জনগণৰ অন্তৰৰ নিবিড় সম্বন্ধ থাকে। কবিৰ ব্যক্তিগত প্ৰতিভাৰে ইন্ধন যোগাওঁতা হ'ল জনগণে যুগে যুগে অন্তৰৰ জীপ দি সৃষ্টি কৰা সংস্কৃতি।

পৃথিৱীত সাহিত্যই যুগে যুগে ৰূপ সলাইছে। ভিক্টোৰীয়া যুগৰ যি ইংৰাজী সাহিত্য আজিৰ ইংৰাজী সাহিত্য তাতকৈ বেলেগ বা বৈষ্ণৱ যুগৰ যি অসমীয়া সাহিত্য তাতকৈ বেলেগ। যুগৰ পৰিবৰ্তনৰ

লগত অন্যান্য সাহিত্যিকসকলৰ মনোজগতত পৰিবৰ্তন হোৱাৰদৰে কবিৰো মনোজগতৰ পৰিবৰ্তন হৈছে। ৰোমাণ্টিক যুগে ইংৰাজী কাব্য-সাহিত্যত যি পৰিবৰ্তনৰ বতাহ বলালে সেই বতাহে অসমীয়া কাব্য জগততো খলকনি তুলিলে। বৈষ্ণৱ যুগৰ মহাপুৰুষসকলৰ সৃষ্টি বৈষ্ণৱ সাহিত্যত আছিল ধৰ্মৰ বটবৃক্ষৰ ছায়া। তাৰ তলত জিৰণি লৈ ধৰ্মপ্ৰাণ অসমীয়া জনসাধাৰণে কীৰ্তন, দশম, ভাগৱতৰ পদত সাহিত্যিক অৱদান উপলব্ধি কৰাতকৈও ভক্তি ৰসাত্মক ভাৱধাৰাহে অন্তৰেৰে বেছিকৈ উপলব্ধি কৰিছিল। বৈষ্ণৱ সাহিত্যৰ সক্ৰিয় উদ্দেশ্যধৰ্মী প্ৰভাৱ কমি অহাৰ লগে লগে নতুন কাব্যিক আন্দোলনে গা-কৰি উঠিল। অসমীয়া ৰোমাণ্টিক যুগৰ কবি বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, গোহাঞি বৰুৱা, হেমচন্দ্ৰ গোস্বামী আদি কবিসকলে সৃষ্টি কৰিলে কল্পনাৰ প্ৰাধান্যৰ মানৱতাবাদী কবিতা। এইসকল কবিৰ ওপৰত পৰিল ইংৰাজী কাব্যিক আন্দোলনৰ প্ৰভাৱ। জীৱনৰ দৃষ্টিভংগীৰে বিচিত্ৰ ৰূপত ইংৰাজ কবি শ্বেলী, কীটছ, ৱৰ্ডছৱৰ্থ, বাইৰণ আদিৰ দৰে জীৱনৰ বৈচিত্ৰ্য-তাৰ মাজতে আমাৰ কবিসকলে প্ৰেমৰ জয়গান গালে, সৌন্দৰ্যৰ মৰ্যাদা প্ৰতিষ্ঠিত কৰি প্ৰকৃতিৰ আধ্যাত্মিক শক্তিৰ উপলব্ধিত তন্ময় হ'ল, সমাজত হোৱা অন্যায়-অত্যাচাৰৰ বিৰুদ্ধে বেদনা অনুভৱ কৰি প্ৰতিবাদৰ বাণী শুনালে। চন্দ্ৰকুমাৰে মানুহক দেৱত্ব আৰোপ কৰি মানুহৰ জয়গান গালে :

মানুহেই দেৱ । মানুহেই সেৱ
মানুহবিনে নাই কেৱ,
কৰ্ঁা কৰ্ঁা পূজা পাদ্য অৰ্ঘ্য লই
জয় জয় মানৱ দেৱ.

ৰায়চৌধুৰী, প্ৰসন্নলালে অন্যায়ৰ বিৰুদ্ধে কাব্যিক বিদ্ৰোহৰ বাণী শুনোৱাই নহয় বিদ্ৰোহত সক্ৰিয়তাও অৱলম্বন কৰিলে। এই



ৰোমাণ্টিক যুগত ব্যক্তিগত দুখ-দৈন্য, হা-হুমুনিয়াহ ইমান গোট খালে যে তাৰ বতাহে কবিসকলক বাস্তৱমুখী হৈ দৃঢ় খোজ দিয়াত বাধা দিলে। গতিকে কল্পনাৰ সহায়ত বাস্তৱৰপৰা আঁতৰি নিৰলাত আপোনমনে নিজৰ গান নিজে গাই আত্মহাৰা হোৱাৰ বাহিৰে অন্য পথ নাছিল। বাস্তৱবাদতকৈ ৰোমাণ্টিক যুগত মানৱতাবাদী আধ্যাত্মিক ভাৱৰহে প্ৰবলতা আছিল। বাস্তৱতাৰ সমুখীন হ'ব নোৱাৰা এই যুগৰ প্ৰায় সকলো কবিয়েই ব্যক্তিগত দুখ-দৈন্য বা সামাজিক দুখ-দৈন্যৰ কাৰণে চকুলো টোকাৰ বাহিৰে অন্য উপায় বিশেষভাৱে গ্ৰহণ কৰিব নোৱাৰিলে। বিশ্বৰ কাব্য আন্দোলনত ৰোমাণ্টিক কাব্যিক চিন্তাধাৰাই নতুন যি জোৱাৰ তুলিলে সেই জোৱাৰে অকল টেমছ, ৰাইণৰ পাৰকে বুৰোৱা নাই, লুইতৰ পাৰো বুৰালে। বান ছুটিল, পলস পৰিল, পুৰণিৰ ভেঁটিত নতুনৰ সৃষ্টিৰ কঠীয়া গজিল; অসমীয়া কাব্য-সাহিত্যৰ ভঁড়ালত মাণিকীমধুৰী লখিমী সোমাল।

সাহিত্য-সংস্কৃতিৰ এক বিশেষ স্তুঁতিৰে গৈ জ্যোতিপ্ৰসাদে তেওঁৰ সৃষ্টিৰে সংস্কৃতিৰ নতুন সম্ভেদ দিলে — "আজি জনতাৰ জীৱনলৈ সুন্দৰ নামি আহিব খুজিছে। পৃথিৱীৰ মাটি, পানী, বোকাত জন্মা জনতা আজি পদুমৰ দৰে সহস্ৰ দলৰে বিকশিত হৈ সংস্কৃতিৰ সৃষ্টিত নিজৰ ভাগ ল'বলৈ, নিজৰ স্থান ল'বলৈ, নিজৰ দান দিবলৈ আহিছে।" সেয়েহে নতুনৰ পূজাৰী জ্যোতিপ্ৰসাদে জনতামুখী গীত-মাতেৰে সংস্কৃতিত নিজৰ ভাগ ল'বলৈ অহা জনতাৰ কপালৰ আন্ধাৰ ভাগ্যলেখা পোহৰেৰে ধুই মহাজীৱনৰ ভাগ্যলেখা অংকিত কৰিবলৈ বিচাৰিছে :

জনতাৰ কপালৰ আন্ধাৰৰ ভাগ্যলেখা
পোহৰেৰে ধুই মই
ভুবন বিজয়ী লেখনীৰ

মহাজীৱনৰ এক মহাভাগ্যলিপি
অংকিত কৰি থই যাওঁ।

জ্যোতিপ্ৰসাদৰ গীত-মাত, কাব্যত ফুটি উঠিছিল জাগ্ৰত জনতাৰ প্ৰতি অকৃত্ৰিম শ্ৰদ্ধা আৰু ভালপোৱা। জ্যোতিপ্ৰসাদৰ গীত, কবিতা আৰু জীৱনৰ আদৰ্শই পাছৰ যুগৰ কবি-শিল্পীলৈ নতুন প্ৰেৰণাৰ ইংগিত দিলে।

জয়ন্তী যুগে আৰম্ভ কৰা কবিতাৰ নতুন ধাৰাই ৰোমাণ্টিক কবিতাৰ পৰম্পৰাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিলে। ৰোমাণ্টিক কাব্য আন্দোলনে যেনেকৈ পুৰণি ধাৰাৰ বিপৰীতে গৈ নিয়ম-শৃংখলাৰপৰা মুক্তি বিচাৰিলে, ঠিক তেনেকৈ জয়ন্তী যুগৰ কবিতায়ো ৰোমাণ্টিক যুগৰ ভাৱ, ছন্দৰীতি, বিষয়-বস্তুৰপৰা মুক্তি বিচাৰিলে। দ্বিতীয় মহাযুদ্ধই পৃথিবীৰ বহুতো দেশৰ মানচিত্ৰৰে পৰিবৰ্তন অনা নাই, মানুহৰ মনৰো পৰিবৰ্তন আনিলে। যুদ্ধবিধ্বস্ত ইউৰোপে প্ৰথম মহাসমৰৰ পিছতে আৰম্ভ কৰা কাব্যজগতৰ নতুন প্ৰকাশ-ভংগীয়ে অসমীয়া কাব্য আন্দোলনকো চুই গ'ল। জয়ন্তী আলোচনীৰ পাতত কমলনাৰায়ণ দেৱ, চক্ৰেশ্বৰ ভট্টাচাৰ্য, ভৱানন্দ দত্ত আদিয়ে প্ৰগতিশীল সাহিত্যৰ সংজ্ঞা দাঙি ধৰিলে। জয়ন্তী যুগৰ প্ৰগতিশীল কবিতাই বাস্তৱতালৈ দৃষ্টি ৰাখি মানৱীয় মূল্যবোধৰ স্বীকৃতি দিছিল। অসমীয়া কবিতাত "মোৰ পূজা"ৰে হেম বৰুৱাই আৰু "কুকুৰ", "বেশ্যা" আদি কবিতাৰে অমূল্য বৰুৱাই নতুন দৃষ্টি-ভংগী দাঙি ধৰিলে। নতুন কবিতাৰ যুগত দেৱকান্ত বৰুৱাইও ৰোমাণ্টিক যুগৰ সামৰণি মাৰি আধুনিক কবিসকলৰ সমদল যাত্ৰাৰ আগশাৰীতেই 'আমি দুৱাৰ মুকলি কৰোঁ' বুলি দুৱাৰ খুলিলে, উপলব্ধি কৰিলে, "মোৰ দেশ মানুহৰ দেশ"। প্ৰগতিশীল কবিতাই 'জয়ন্তী'ৰ যুগতে প্ৰসাৰতা লাভ কৰি সেই যুগতেই পতনমুখীও হ'ল জীৱনদৃষ্টিত সামগ্ৰীকস্বৰূপ স্পষ্টভাৱে ফুটি নুঠাৰ কাৰণে।



পচোৱা, ৰামধেনু, মণিদীপৰ পাতে পাতে নতুন কবিতাৰ পৰীক্ষা-নিৰীক্ষা চলিল। মনৰ দিগন্ত ফ্ৰয়ড, মাৰ্ক্স, আইনষ্টাইন আদিয়ে বহলাই দিলে। চিন্তা-জগতত জটিল অনুভূতিৰ বৈচিত্ৰ্যতাই দোলা দিলে। অসমীয়া কাব্য-জগতলৈ বৰঙণি যোগোৱা কবিসকলৰ ওপৰত ইলিয়ট, অডেন, স্পেণ্ডাৰ, ভেলুইচ, বদলেয়াৰ, মাৰ্লেমে আদি কবিসকলৰ প্ৰভাৱ পৰাত অসমীয়া কবিতাই নন জীৱন-দৰ্শনেৰে নন ৰূপত ভুমুকি মাৰিলে। অসমীয়া কবিতাত পূৰ্বৰ প্ৰতীকৰ পৰম্পৰা থাকিলেও নবীন কবিসকলে পাশ্চাত্ত্যৰ, বিশেষকৈ ফৰাচী দেশৰ প্ৰতীকবাদী কবিসকলৰ আহি ল'লে। পৰম্পৰাগত নিৰ্দিষ্ট অৰ্থৰ প্ৰতীকৰ ঠাইত নন অৰ্থৰ প্ৰতীক সোমাল। চিত্ৰকল্পও পৰম্পৰাগত ৰূপ এৰি নতুন কবিসকলৰ হাতত নতুন ৰূপ লৈ ই কাব্যৰ প্ৰাণস্বৰূপ হ'ল। এফালে নন প্ৰতীক, চিত্ৰকল্পৰ পয়োভৰ আৰু আনফালে মুক্তকছন্দ আৰু বিভিন্ন জটিল ভাৱৰ প্ৰভাৱৰ ফলত কবিতাৰ অনুভূতিয়ে মনৰপৰা মগজলৈ গতি কৰিলে, বুদ্ধিৰ অনুশীলন হ'ল। নতুন কবি ডি, এম, ব্ৰাউনে 'The History of Symbolism' বোলা কিতাপত প্ৰতীকবাদীৰ প্ৰতি দিয়া উপদেশ The symbolists should not inform but suggest and evoke, not name things but to create their atmosphere পালন কৰিলে। নৱকান্ত বৰুৱাকে আৰম্ভ কৰি বেছিভাগ পাছৰ কবিয়ে চিত্ৰকল্প, প্ৰতীক, মুক্তকছন্দৰ মাধ্যমেৰে কবিতাৰ ৰূপ দিলে। নতুন পৰীক্ষাগাৰত কবিতাৰ জটিল ৰূপ প্ৰকাশ পালে। কবিতাত অকল পাশ্চাত্ত্যৰ নহয়, প্ৰাচ্যৰ জাপানী কবিতা টংকা আৰু হাইকু আদৰ্শৰো প্ৰভাৱ পৰিল। নতুন কবিতাত দুটা ধাৰা সৃষ্টি হ'ল, এটা জনতামুখী আৰু আনটো অন্তৰ্মুখী। অন্তৰ্মুখী কবিতাৰ ধাৰাটোৰেই প্ৰতীক, কল্পচিত্ৰ আদিৰ প্ৰভাৱ বেছি দেখা যায়। এই দুই ধাৰাৰ কবিতাৰ ভিতৰত কবিতা নুবুজাৰ বেছি আক্ষেপ শুনা যায় অন্তৰ্মুখীধাৰাৰ কবিতাতহে। প্ৰতীকৰ মাজত

যি গোপন সত্য নিহিত আছে তাক অনুধাৱন কৰি যাওঁতে পাঠকৰ মন জটিলতাৰ মাজত সোমাই পৰে।

ফৰাচী প্ৰতীকবাদৰ আদৰ্শই কবিসকলক সমাজৰপৰা মনেৰে বিচ্ছিন্ন কৰি নিৰ্জনতাৰ মাজলৈ লৈ গৈছিল। এই নিৰ্জনতাৰ উপলব্ধি কৰা ফৰাচী কবিসকলেও লাহে লাহে নিৰ্জনতাৰপৰা ওলাই আহি সাধাৰণ মানুহৰ দুখ-বেদনা অনুভৱ কৰিবলৈ যত্ন কৰিছে। চিলিৰ কবি পাবল' নেৰুদাই প্ৰতীকবাদৰ দেওনা চেৰাই গতিমান সংস্কৃতিৰ লগত যাৰ জীৱনৰ সম্বন্ধ তেওঁলোকৰ কাৰণে লিখনী ধৰিলে। ইলিয়টৰ পিছত কবিতাত প্ৰতীকধৰ্মিতা ইংলণ্ডতো নিষ্প্ৰাণ হোৱা যেন লাগে। তাত প্ৰতীকবাদ এতিয়া কাব্যৰ একমাত্ৰ ৰূপ নহয়। আমাৰ অসমীয়া কাব্য-সাহিত্যতো প্ৰতীকবাদৰ প্ৰভাৱ আগতকৈ কমিছে। সেয়েহে বোধকৰো দুৰ্বোধ্যতাৰ মাজৰপৰা অসমীয়া কবিতা ওলাই আহিবলৈ চেষ্টা কৰিছে। কবিতা গভীৰ উপলব্ধি বস্তু হলেও, কবিতাৰ অংগসজ্জা সুন্দৰ, সংযত আৰু মহীয়ান কৰিব খুজিলেও ইয়াৰ সাধনা কৰিব লাগিব জনসাধাৰণৰ সুখ-দুখৰ উপলব্ধিৰ মাজেৰে। আজিৰ যুগত তাৰ বাহিৰে কবিৰ অন্যপথ নাই। সৃষ্টিৰ মহিমাৰে গৌৰৱান্বিত কবি-সকলে নিশ্চয় উপলব্ধি কৰিব লাগিব সৃষ্টিৰ কঠীয়া লহপহকৈ বাঢ়িব নিজৰ দেশৰ মাটিতহে। স্বদেশী ঐতিহ্যৰ গতিমান সংস্কৃতিৰ পলসুৱা মাটিত নামি তাৰ লগত জড়িত হাজাৰ জনতাৰ অন্তৰৰ দুখ-বেদনা, আশা-আকাংক্ষা কাব্যিক সাধনাৰ লক্ষ্য কৰি ললেহে কবিতাৰ পাঠকজন সাধাৰণো হ'ব। জনসাধাৰণক ৰসজ্ঞ কৰা মানে স্থূল ৰুচিৰ প্ৰকাশ নুবুজায়। অপৈণত মনৰ নহয়, পৈণত মনৰ আমি কবিতাৰ পাঠক সৃষ্টি কৰিব লাগিব। নিজৰ সৃষ্টিৰ মহিমা পাঠকক জনাবলৈ কবি সদায় ব্যাকুল। গতিকে কবিৰ সৃষ্টিয়ে পাঠকৰ অন্তৰো স্পৰ্শ কৰিবলৈ যত্ন কৰিব লাগিব। পাহৰিলে নহব যে জনসাধাৰণক পাঠকৰ অন্তৰ স্পৰ্শ কৰিবলৈ যত্ন কৰাত



উদ্দেশ্যধৰ্মিতা থাকিব পাৰে; কিন্তু এই উদ্দেশ্যধমিতাৰ মহৎ সৃষ্টিৰ সম্ভাৱনাহে আছে। কবি কবিহৈ থাকিও শিল্পীসত্তাক বিসৰ্জন নিদি কবিয়ে সমাজ-সচেতনাক কাব্যিক আধাৰ কৰিব পাৰে। কবি নৱ বৰুৱাই কোৱাৰদৰে মোৰো কবৰ মন যায় ঃ

আমি পৃথিৱীৰ কবি
আমি মানুহৰ কবি
.......................
ৰচি যাম বিস্বাদ অমৃতৰ কবিতা
অহেতুক আনন্দৰ বেদনা নহয়
জীৱনৰ বন্দনা।

— —

## আলোচনা চক্ৰঃ উদ্বোধকৰ ভাষণ

ৰায়হান শ্বাহ

**যুদ্ধোত্তৰ যুগৰ অসমীয়া সমাজ আৰু সৃষ্টিশীল সাহিত্যত ঘটা পৰিৱৰ্তন**

প্ৰথমতে বিষয়টো সম্বন্ধে মোৰ ধাৰণাটো আপোনালোকক কৈ লওঁ।

আজিৰ আলোচনাৰ বিষয় হ'ল 'যুদ্ধোত্তৰ যুগৰ অসমীয়া সমাজ আৰু সৃষ্টিশীল সাহিত্যত ঘটা পৰিৱৰ্তন।' পৰিৱৰ্তন সকলো বস্তুৰে সকলো সময়তে হৈয়ে থাকে; কিন্তু আপোনালোকে এই চক্ৰত মাত্ৰ দুটা পৰিৱৰ্তনৰ আলোচনা কৰিব লাগে, এটা হ'ল অসমীয়া সমাজত আৰু আনটো অসমীয়া সৃষ্টিশীল সাহিত্যত।

সমাজৰ সলনি কথাষাৰ বুজিবলৈ সহজ; কিন্তু সৃষ্টিশীল সাহিত্য মানে কি? সাহিত্য সভাই এই 'শীল' প্ৰত্যয়টো লগোৱাত মোৰ অলপ অসুবিধা হ'ল! কথাষাৰ আপোনালোকে অলপ গমি চালেই ধৰিব পাৰিব। চাবলৈ গ'লে স্বয়ং বিধাতাওতো সৃষ্টিশীল নহয়। তথাপি এটা সাধাৰণ অৰ্থ কৰা যাওক। গতিশীল—যাৰ ধৰ্ম গতি কৰা, প্ৰতিভাশীল—যাৰ প্ৰভাৱ আছে, উন্নতশীল—যি উন্নতি কৰিয়েই আছে, এতেকে সৃষ্টিশীল—যি সাহিত্যই মনৰ খোৰাক যোগায় আৰু মানুহক জ্ঞান আৰু বুদ্ধিৰ সহায়েৰে এখন মনৰ জগত সৃষ্টি কৰিবলৈ উদ্বুদ্ধ কৰে। এই সাহিত্য হ'ল গল্প, কবিতা, নাটক, উপন্যাস, প্ৰবন্ধ-নিবন্ধৰ সমষ্টি।

যুদ্ধোত্তৰ কালৰ সাহিত্য বুলিলে এটা কথা অন্ততঃ স্পষ্ট যে আমি যুদ্ধৰ লগত পোনে পোনে সম্বন্ধ থকা কোনো সাহিত্য নুবুজোঁ, বুজোঁ যুদ্ধৰ পিছৰ এটা বিশেষ সময়ৰ সাহিত্য। সেইদৰে যুগ



বুলিলেও বাৰবছৰ নুবুজোঁ, বুজোঁ কিছুমান বছৰ বিয়পী থকা এক বিশেষ কাল। সেই কালৰ সাহিত্য এটা বিশেষ চিনিব পৰা চিন্তাধাৰাক আশ্ৰয় কৰি গঢ়ি উঠে।

চিন্তাৰ ওপৰত ঘটনাৰ এই প্ৰভাৱ চিৰকাল অতি সৰু সৰু ঘটনা-লৈয়ো ঘটিয়েই আহিছে। ধৰক, আমাৰ গাঁৱৰ এজন জনা-শুনা মানুহ স্বৰ্গী হ'ল। সেইদিনা আমাৰ কথা-বতৰাত সেই কথায়েই প্ৰাধান্য লাভ কৰিব। হয়তো জীৱনৰ অনিত্যতা লৈ দাৰ্শনিক আলোচনাও হ'ব কিছু; কিন্তু তাৰ দুদিন পিছতে তাক সকলোৱে পাহৰি পেলাব।

এনে সৰু ঘটনাই সাহিত্যত কি চিন থৈ যায়? মোৰ ছাত্ৰ আৰু বন্ধু নিৰোদ চৌধুৰীয়ে গুৱাহাটীত ৰেলগাৰীয়ে হাতী এটা মৰা ঘটনা লৈয়েই এটি সুন্দৰ চুটি গল্প লিখি পেলালে; কিন্তু সিমানেই। কাৰণ সাহিত্যৰ ধাৰা ঘূৰাই দিব পৰা ঘটনা এইবোৰ নহয়। সেইদৰে দেশ জুৰি অথন্তৰ লগোৱা ভূমিকম্প এটা হলেও সি কিছুদিনৰবাবে হয়তো আলোচনাৰ খোৰাক যোগাব, সাহিত্যতো তাৰ প্ৰতিফলন হ'ব; কিন্তু যুগৰ সূচনা কৰাৰ দৰে সৰ্বব্যাপী প্ৰভাৱ তাৰ নেথাকে।

প্ৰকৃতপক্ষে যেতিয়া কোনো বিশেষ ঘটনা বা মানুহৰ প্ৰভাৱত সামূহিক-ভাৱে সাহিত্যিক চিন্তাধাৰাৰ সলনি হয়, প্ৰচলিত সাহিত্যই এটা বেলেগ ৰূপ ধৰে, তেতিয়া সেই পৰিৱৰ্তন সূচোৱা এটা নাম দি সাহিত্যৰ ইতিহাসত সুবিধামতে এটি নতুন যুগ ধৰি লোৱা হয়। ইংৰাজী সাহিত্যৰ ইতিহাসত শ্বেক্সপীয়াৰৰ প্ৰভাৱ বহুদিন চলি থকাত সেই যুগৰ নাম দিছিল Age of Shakespeare; কিন্তু সেই কৰ্ম-প্ৰধান যুগত জাতিৰ গৌৰৱ অনা Spanish Armada ৰ প্ৰভাৱো কম নাছিল আৰু এটি ডাঙৰ প্ৰভাৱ আছিল—William Baffin, Sir Thomas

Cavendish, Sir Francis Drake, Sir Walter Raleigh ইত্যাদি বিখ্যাত নাৱিকসকলে পৃথিবীৰ বা-বাতৰি আৰু চিন্তাৰ সমল গোটাই ইংলণ্ডৰ ভাৱধাৰাক চহকী কৰিছিল। এতেকে অৱশেষত সম্ৰাজ্ঞীৰ নাম লৈ সেই যুগৰ নাম হ'লগৈ Elizabethan Age. আকৌ কোনো আন্দোলন নোহোৱাকৈয়ে কেৱল সাহিত্যৰ বিশেষত্ব হৈ আছিল Romantic Age. তাৰ পিছত Victorian Age, Georgian Age ইত্যাদি।

আমাৰ যুদ্ধোত্তৰ কালৰ কথাটোও প্ৰায় তেনেকুৱাই। অৱশ্যে যুগটো যে ১৯৪৪ চনৰপৰাই আৰম্ভ হৈছিল তেনে এটা কথা কোনেও নকয়। কোনো সাহিত্যিক যুগৰে তাৰিখ নেথাকে। অৰ্থাৎ অমুক দিনাৰপৰা এই যুগ আৰম্ভ হ'ল আৰু সেই যুগ শেষ হ'ল এনে এটা কথা আহাম্মকৰদৰে কোনেও নেভাৱে। যুদ্ধোত্তৰ কালৰ প্ৰভাৱ আমাৰ সাহিত্যত পৰিছে চল্লিছৰ দশকৰ প্ৰায় শেষ ভাগৰপৰা আৰু মোৰ ধাৰণামতে আজিৰ আলোচনা-চক্ৰই সেই সময়ৰপৰা এতিয়ালৈকে কম-বেছি ডেৰকুৰি বছৰৰ সমাজ আৰু সাহিত্যৰ বিশেষত্ব আলোচনা কৰিব লাগিব। আপোনালোকৰ আজিৰ আলোচনাই নিশ্চয় আমাৰ সমাজ আৰু সাহিত্যত অহা পৰিবৰ্তনৰ মূল্যায়ন কৰাত সহায় কৰিব আৰু তাকে শুনিবলৈ ময়ো আহিছোঁ। কি সলনি হৈছে, সেই সলনি ভালৰ ফাললৈনে বেয়াৰ ফাললৈ সেই বিচাৰ এই সুধীসমাজে ফঁহিয়াই চালে। আমিও নতুন চকুৰে আমাৰ সমাজ আৰু সাহিত্যৰ ফাললৈ চাব পাৰিম আৰু সাহিত্য সভাৰো এই আলোচনা-চক্ৰ পতাৰ উদ্দেশ্য সফল হ'ব।

সমাজ আৰু সাহিত্যত কি পৰিবৰ্তন আহিছে সেইবিলাক স্থিৰ কৰাৰ ভাৰ আপোনালোকৰ, যিহেতু আপোনালোক এই বিষয়ৰ বিশেষজ্ঞ। মই মাত্ৰ সেই সলনি কেনেকৈ আহে, পৃথিবীৰ সাহিত্যৰ বুৰঞ্জীয়ে কি সলনি হোৱা সম্ভৱ বুলি কয় সেই সম্বন্ধে দুআষাৰ ক'ব খোজোঁ ;



কিন্তু তাৰ আগতে আৰু এটা কথা কৈ থোৱা ভাল।

মই এইমাত্ৰ কৈছিলোঁ এলিজাবেথৰ যুগত শ্বেক্সপীয়াৰৰ উপৰিও স্পেইনৰ সৈতে যুদ্ধ আৰু নাৱিকসকলৰ সমুদ্ৰ ভ্ৰমণৰদ্বাৰা ইংলণ্ডৰ মানুহৰ কল্পনা আৰু জ্ঞানৰ ভঁৰাল চহকী হোৱাৰ কথা। প্ৰকৃততে Shakespeareও সেই জাতীয় জাগৰণৰ ফলহে। আমাৰ অসমতো যুদ্ধোত্তৰ কালত দুটা ডাঙৰ ঘটনা ঘটি গৈছে, যিকেইটাই সমাজ আৰু সাহিত্যত যথেষ্ট প্ৰভাৱ পেলাব পাৰে। প্ৰথমটো ১৯৪৭ চনত স্বাধীনতাপ্ৰাপ্তি আৰু দ্বিতীয়টো দেখাত বৰ ডাঙৰ যেন নেলাগিলেও সাহিত্যত যথেষ্ট প্ৰভাৱ পেলাব পৰা ১৯৪৮ চনত গুৱাহাটীত বেতাঁৰ কেন্দ্ৰ স্থাপন। হয়তো তাৰ অভিহিত মূল্য (face value) কাম ; কিন্তু লেখকৰ হাতত ধৰি কলম প্ৰচালনা কৰিবৰ তাৰ অমিত শক্তি। প্ৰকৃতপক্ষে যোৱা ডেৰকুৰি বছৰৰ সাহিত্যক আমি যিদৰে যুদ্ধোত্তৰ কালৰ সাহিত্য বুলি কওঁ ; ঠিক সেইদৰে স্বাধীনতা পোৱাৰ পিছৰ কালৰ সাহিত্য বুলিও ক'ব পাৰি। 'স্বাধীনতা' কথাষাৰ মই ইচ্ছা কৰিয়েই ব্যৱহাৰ নকৰিলোঁ যদিও আমাৰ কোনো কোনো লেখকে সেইটো ব্যৱহাৰ কৰা দেখিছোঁ, কাৰণ মোৰ মতে শব্দটো ভুল। এই যুগত সাহিত্যৰ প্ৰসাৰ বাঢ়ি যোৱাৰ আন এটা কাৰণ হল আমাৰ শিক্ষা-ব্যৱস্থাৰ সম্প্ৰসাৰণ। স্বাধীনতা পোৱাৰ পিছত আমাৰ দেশৰ উচ্চশিক্ষা আৰু মাধ্যমিক শিক্ষা-ব্যৱস্থা অভাৱনীয়ৰূপে বাঢ়ি গৈছে। এই বিৰাট শিক্ষা-ব্যৱস্থাই সাহিত্যৰো ক্ষেত্ৰ বহল কৰি নিনিয়াকৈ থকা নাই নিশ্চয়।

যুদ্ধৰ প্ৰভাৱ সমাজ আৰু সাহিত্যত কেনেকুৱাকৈ আহে? এটি সহজ উদাহৰণ লওক, খৰালি কালত অসমৰ নৈবিলাক জীৰ্ণ-শীৰ্ণৰূপে কোনোমতে বৈ থাকে ; কিন্তু বাৰিষা যেতিয়া ঢল আহে ; সিহঁতে ওফন্দি পাৰ ওপচাই কেতিয়াবা ঘৰ-বাৰী মোহাৰি খেতি-পথাৰ নষ্ট কৰি বিপদৰ সৃষ্টি কৰে ; কিন্তু বেছিভাগ সময়তে

পথাৰলৈ পানী আহি ৰাইজৰ উপকাৰ কৰে। ডাঙৰ ডাঙৰ ঘটনাৰ ফলত আমাৰ ভাৰৰ ৰাজ্যতো সেইদৰে ঢল আহি শস্য নদন-বদন কৰি তোলে।

প্ৰথমতে, যুদ্ধ হল গোটেই জাতিকে স্পৰ্শ কৰা এবিধ বিশেষ ধৰণৰ বানপানী, তেনে বানপানী সদায় নাহে। বানপানীয়ে যিদৰে কিছুমান ঠাই ধ্বংস কৰে, কিছুমানৰ সামান্য ক্ষতি কৰে আৰু কিছুমানত তাৰ বাতৰিহে পোৱা যায়। যুদ্ধৰ বেলিকাও সেই একে কথাই। যোৱা পৃথিবীব্যাপী মহাসমৰত জাৰ্মান, বেলজিয়াম, জাপান প্ৰভৃতি ধ্বংস হল, ৰুছিয়া, ইংলেণ্ড, ফ্ৰান্স, ইটালী ইত্যাদিৰ প্ৰভূত পৰিমাণে ক্ষতি হল; কিন্তু আমেৰিকাৰ হলে তেনে একো ক্ষতি নহল। ভাৰতবৰ্ষত কেৱল অসমত বিশেষকৈ তাৰ সীমাতহে কিছুপৰিমাণে যুদ্ধ হ'ল, এতেকে যুদ্ধই অসমক চুই গলহে বুলিব পাৰি; কিন্তু এইবিলাক ঠাইতেই যুদ্ধৰ কুফল বেছিকৈ ফলে।

যুদ্ধৰ প্ৰভাৱ ধ্বংসাত্মক আৰু প্ৰেৰণাদায়ক দুয়োটাই হ'ব পাৰে।

ধ্বংসাত্মক প্ৰভাৱ প্ৰথমে পৰে দেশ আৰু সমাজত, তাৰ পিছত সি প্ৰতিফলিত হয় সাহিত্যত। দেশ আৰু সমাজ-ব্যৱস্থা ধ্বংস হোৱাৰ লগে লগে মানুহৰ মাজত এটা সামাজিক শিথিলতাই ঠাই কৰি লয়হি। প্ৰথমতে যুদ্ধ চলি থকা কালত আৰু যুদ্ধৰ কিছু পিছলৈকে বতাহত বোলে টকা উৰি ফুৰে, অৰ্থাৎ অতি কম পৰিশ্ৰমতে ৰাইজৰ মূৰত কঁঠাল ভাঙি বহু টকা পাব পাৰি। প্ৰকৃততে এইবিলাক যে ফাঁকি, মিছা কথা, ঘোচ দিয়া আৰু ঘোচ লোৱা আদি নানান অসাধুতাৰ ফল তাক সকলোৱেই জানে; কিন্তু এই উৰি অহা ধনৰ লোভে আৰু সেই ধনে অনা নানান উপভোগৰ সোৱাদে মানুহক হঠাৎ তললৈ নমাই দিয়ে। যুদ্ধৰ পিছতো মানুহে এই লোভ এৰিব নোৱাৰে; কিন্তু তেতিয়া যিহেতু এইদৰে জধে-মধে টকা আহিবৰ সুবিধা নাইকিয়া হয়। এতেকে ফাঁকি চলে দেশৰ উন্নয়ন আৰু পুনৰ্গঠনৰ কামত। আপোনালোকৰ চাৰিওফালে চকু ফুৰাই চালেই বুজিব পাৰিব কি কাৰণে আমাৰ আজি তৈয়াৰ কৰি যোৱা দলং, বাটপথ, ৰাজহুৱা ঘৰবিলাক দুদিনতে ভাগি পৰে আৰু কি কাৰণে ইমান কোটি কোটি টকা খৰচ কৰিও কাম হয় ইমান কম! যুদ্ধান্তৰ কালত এইদৰেই সমাজত প্ৰথমে আহি পৰেহি নৈতিক অৱনতি আৰু তাৰ প্ৰতিফলন হিচাপে সাহিত্যত এই পৰিবৰ্তন আপোনালোকে দেখা পাবই; কিন্তু এই চাৰিত্ৰিক অধঃপতনৰ-পৰা শক্তিমান জাতিয়ে নিজক সোনকালে উদ্ধাৰ কৰে। সেইটো আপোনালোকে ইংলেণ্ড, ৰুছিয়া আৰু আটাইতকৈ বেছি জাৰ্মানী আৰু জাপানৰ ক্ষেত্ৰত দেখা পাব। আমাৰ দেশত বা সমাজত কি হৈছে সেইটো এই চক্ৰত নিশ্চয় কিছু পৰিমাণে আলোচনা হ'ব।

লগতে এটা পৰিবৰ্তন আহে জাতীয় শৃংখলাৰ অভাৱ। এই জাতীয় বিশৃংখলাৰ ফলস্বৰূপে যুদ্ধোত্তৰ কালত সকলো পুৰণি মূল্যায়নৰ সলনি হয়। ভক্তি, প্ৰেম, আদৰ্শ আদিকৈ জীৱনৰ সকলোতে এটি পৰিবৰ্তন আহে। ভক্তিৰ আৱেগ নাইকিয়া হোৱাত গুৰুজন আৰু লঘুজনৰ মাজত মৰম-চেনেহ কমি যায়, প্ৰেমৰ উদ্‌গ্ৰতা তীব্ৰতা কমি যোৱাৰ বাবে নাৰী-পুৰুষৰ সম্বন্ধও পনীয়া হৈ আহে আৰু শৃংখলতাৰ ডংকা বজোৱা যুদ্ধই গোটেই জাতিৰ মাজত বিশৃংখলতাৰ বীজ সিচি থৈ যায়। পুৰণি চাৰিত্ৰিক নিষ্ঠাৰ ওপৰত আঘাত পৰাত সমাজৰ নৈতিক মান পুৰণিসকলৰ মতে নামি যায় আৰু নতুনসকলৰ মতে উন্নত হয়। এই অৱস্থাৰপৰা জাতিয়ে স্থিতাৱস্থা পাবলৈ বহুকাল লাগে।

আজিৰ চুটি গল্প, উপন্যাস আৰু নাটকত কথামাৰ ওলাই থাকিব।

যুদ্ধোত্তৰ সাহিত্যৰ আন এটা দিশ হ'ল দেশৰ পিছ পৰা অৱস্থাৰ প্ৰতি জনসাধাৰণৰ চেতনা জগাই তোলা। এইটো এটা শুভ

পৰিবৰ্তন। ইয়াৰদ্বাৰা সাহিত্যত আগতে নথকা নতুন বিষয়-বস্তু সোমায় আৰু সেই সাহিত্যই উঠি অহা চামক নতুন প্ৰেৰণা যোগায়। যুদ্ধৰ আনুষংগিক নতুন নতুন আৱিষ্কাৰক শান্তিৰ কালৰ প্ৰয়োজন আৰু ব্যৱহাৰত লগাই দেশৰ জীৱনৰ মানদণ্ড সলনি কৰিবৰ এটা প্ৰয়াস সকলোফালে দেখা যায়। এই প্ৰয়াসৰ যি উদ্দীপনা সিও সাহিত্যত প্ৰতিফলিত হয়।

পৃথিবীৰ সকলো সাহিত্যত যুদ্ধৰ পিছৰ সাহিত্য আৰু চিন্তাধাৰাত এনে ধৰণৰ সলনি আশা কৰিব পাৰি।

যুদ্ধোত্তৰ কালৰ অসমীয়া সমাজ আৰু সাহিত্যৰ পৰিবৰ্তন প্ৰসংগত মই আৰু দুটা প্ৰভাৱৰ (Contributory causes) কথা কৈছিলোঁ। তাৰে প্ৰথমটো হ'ল আমাৰ স্বাধীনতা লাভ। স্বাধীনতা লাভৰ প্ৰধান ফল হ'ল মানুহৰ মাজত প্ৰফুল্লতা, আনন্দ আৰু আত্মবিশ্বাসৰ উপলব্ধি আৰু এই অনুভূতিবিলাকৰ সমাজলৈ অনা পৰিবৰ্তনবোৰ হ'ল আত্মতুষ্টি, শাৰীৰিক আৰু মানসিক উন্নতি আৰু এটি আনন্দময় জীৱনৰ সূচনা। এই ভাৱ তেনে সমাজৰ সাহিত্যতো প্ৰকাশ পাব। অসমীয়া সাহিত্যত সেই ভাৱটো ফুটি উঠিছে নে নাই, অৰ্থাৎ আমাৰ আজিৰ সাহিত্যই জীৱনৰ নতুন জাগৰণৰ গান গোৱা যেন লাগেনে নেলাগে সেইটো সাহিত্যানুৰাগী এই আলোচনা-চক্ৰৰ সুধীসকলৰ বিচাৰ্য। যদি দেখে এই ভাগ্যৰ চকৰিত এনে দুই-চাৰিডাল শলি (spokes) আছে, যাৰ ৰং অলপ বেলেগ, তথাপিও হতাশ হ'বৰ কাৰণ নাই। হয়তো এই সাহিত্যও আপোনা-লোকৰ চকুত পৰিব, কোনোবাই বিলাপ কৰিছে, 'স্বাধীনতা পাইনো কি চাৰিখন হাত গজিল? ইংৰাজৰ তলতে ভাল আছিলোঁ, এতিয়া দেখোন সদায় হায় হায় খাই-খাই লাগিয়েই আছে।' হয়তো কোনোবা নাটকত কোনোবাই ক'ব, 'স্বাধীনতাই আমাৰ দেশখন খালে। আজিকালি হ'ল অন্যায়ৰ ৰাজত্ব, যি



পৰৰ ধন, চৰকাৰী ধন কৌশলেৰে চুৰি কৰিব পাৰে সিয়েই হ'ল ডাঙৰ মানুহ আৰু সজ পথত থকাবোৰ নিগমে মৰিল।' এই-বিলাকতো তৰ্ক বা যুক্তিৰ কথা নহয়। সমাজ যেনেকৈ আছে, তেনেকৈয়ে চাই আমাৰ মত গঠন কৰিব লাগিব। সাহিত্যৰ ক্ৰমবিবৰ্তনৰ ৰীতি হ'ল যে, এনে অৱস্থাত উচ্ছ্বাসপূৰ্ণ আৰু তৃপ্তিৰ ভাৱেৰে আপ্লুত সাহিত্যৰ প্ৰাচুৰ্য স্বাভাৱিক, যদিহে নহয় তেন্তে তাৰো নিশ্চয় উপযুক্ত কাৰণ সমাজত অনুসন্ধান কৰিলেই ধৰা পৰিব আৰু সেই অনুসন্ধান আৰু বিশ্লেষণ আমি এই আলোচনা-চক্ৰৰ সহায়েৰেই নিশ্চয় পাম।

আন যিটো সাহিত্যত আলোড়ন আনিব পৰা ঘটনাৰ কথা কৈছিলোঁ, সেইটো হ'ল গুৱাহাটীৰ অনাতাঁৰ কেন্দ্ৰ স্থাপন। বেতাঁৰ কেন্দ্ৰৰ প্ৰধান উদ্দেশ্য সাহিত্য প্ৰচাৰ নহয়; কিন্তু সকলো কেন্দ্ৰই নিজৰ কৰ্তব্য পালন কৰোঁতে এই কামটো কৰিবলগীয়া হয়েই, কাৰণ ৰাইজক আনন্দ যোগোৱা আৰু অৱসৰৰ শিক্ষা দিয়াও এই অনুষ্ঠানৰ এটা কাম। গুৱাহাটীৰ অনাতাঁৰ কেন্দ্ৰই কিন্তু তাতোকৈয়ো বেছি আৰু অলপ কৰিছে। নানান বিজ্ঞান আৰু বুৰঞ্জীমূলক অধ্যয়নৰ প্ৰতি প্ৰেৰণা যোগোৱাৰ উপৰিও বহু লোককে উদগনি দি এটা লেখকগোষ্ঠীৰো সৃষ্টি কৰিছে। এই মাধ্যমৰ ৰচনা প্ৰণালী স্বকীয়া; কাৰণ ইয়াক চাব বা পঢ়িব নেলাগে, শুনিবহে লাগে। অনাতাঁৰত প্ৰচাৰিত হোৱা আৰু ৰংগমঞ্চত অভিনীত হোৱা নাটকৰ আকাশ-পাতাল পাৰ্থক্য। দৃশ্য নাটকৰ মঞ্চ-সজ্জা আৰু মৌখিক অভি-ব্যক্তিয়ে যিখিনি প্ৰকাশ কৰে শ্ৰাব্য নাটকত সেই সকলোখিনি কেৱল বাক্যৰ সহায়েৰেই প্ৰকাশ কৰিবলগীয়া হয় আৰু সিও এবাৰ মাত্ৰ শুনিয়েই। এতেকে যুদ্ধোত্তৰ কালৰ অসমীয়া সাহিত্যত এই বিশেষ ৰূপটিও এক নতুন পৰিবৰ্তনৰ আমদানি।

## প্ৰধান সম্পাদকৰ প্ৰতিবেদন

চতুশ্চত্বাৰিংশ সন্মিলন ঃ অভয়াপুৰী

### ১। উপক্ৰমণিকা

পৰম শ্ৰদ্ধাভাজন অসম সাহিত্য সভাৰ সভাপতি ডাঙৰীয়া, মাননীয় উদ্বোধক মহাশয়, বিশিষ্ট অতিথিসকল, সন্মানিত প্ৰতিনিধিবৰ্গ আৰু সমৱেত সুধীবৃন্দঃ দেৱী অভয়াৰ কৰুণাধাৰাৰে বিধৌত, ৰাণী অভয়েশ্বৰীৰ পৱিত্ৰ স্মৃতি বিজড়িত, একালত ওচৰৰে যোগীঘোপাত থকা যোগী-ঋষিসকলৰ তপস্যাবলেৰে উদ্ভাসিত আৰু ঐতিহ্যৰে মণ্ডিত চহৰ অভয়াপুৰীত সমগ্ৰ অভয়াপুৰী অঞ্চলৰ ৰাইজৰ একান্ত যত্নত আয়োজিত অসম সাহিত্য সভাৰ এই চতুশ্চত্বাৰিংশ সন্মিলনত আমি সন্মিলিত হৈছোঁহি। জয়ে জয়ে আপোনাসকললৈ আমাৰ ভক্তিভৰা প্ৰণাম জনালোঁ।

এবছৰৰ আগতে টিহুত বহা অসম সাহিত্য সভাৰ ত্ৰয়শ্চত্বাৰিংশ সন্মিলনত আমাক প্ৰধান সম্পাদকৰ দায়িত্ব অৰ্পণ কৰি আপোনালোকে দেখুৱা বিশ্বাস আৰু আস্থাৰ কাৰণে অন্তৰভৰা কৃতজ্ঞতাৰ বাহিৰে আৰুনো দিবলৈ কি আছে ভাবি পোৱা নাই। আজি এবছৰে আপোনাসকলৰ সেই আস্থা আৰু বিশ্বাসৰ মৰ্যাদা ৰক্ষা কৰিব পাৰিছোনে নাই নাজানো ; কিন্তু যত্নৰ যে ক্ৰুটী কৰা নাছিলোঁ সেইটো ধুৰুপকৈ ক'ব পাৰোঁ। তথাপি আমাৰ শাৰীৰিক অসুস্থতা আৰু বিভিন্ন দিশৰ সীমাবদ্ধতাৰ বাবে আৰু দ্ৰুতগতিত বাঢ়ি অহা সভাৰ কাম-কাজ কৰোঁতে জ্ঞাতে বা অজ্ঞাতে যদি ক্ৰুটী-বিচ্যুতি ঘটিছে, তাৰ বাবে ক্ষমা ভিক্ষা কৰিলোঁ।



### ২। তৰ্পণ

এই কালছোৱাত অসম তথা দেশ-বিদেশৰ ভাষা-সাহিত্য-সংস্কৃতিৰ পূজাৰী, বিজ্ঞানী, ৰাজনীতিজ্ঞ আৰু ৰাজহুৱা জীৱনৰ বিভিন্ন বিষয়ৰ লগত জড়িত যিসকল লোক আমাৰ মাজৰপৰা আঁতৰি গ'ল সিসকলৰ পৱিত্ৰ স্মৃতিত আমি শ্ৰদ্ধা তৰ্পণ কৰিছোঁ। সিসকলৰ আত্মাই শান্তি লাভ কৰক, এয়ে প্ৰাৰ্থনা।

### ৩। প্ৰস্তাৱ প্ৰসংগ

যোৱা টিহু অধিৱেশনত গ্ৰহণ কৰা প্ৰথম প্ৰস্তাৱৰ মৰ্মে জনজীৱনক মহৎ লক্ষ্যৰ প্ৰতি উদ্বুদ্ধ কৰি তুলিবলৈ শিল্পী-সাহিত্যিক-কবি-সকলক আহ্বান জনোৱা হৈছে।

দ্বিতীয় প্ৰস্তাৱৰ মৰ্মে উত্তৰ-পূব ভাৰতৰ বিভিন্ন ভাষা-ভাষী জনসাধাৰণৰ মাজত ঐক্য আৰু সম্প্ৰীতিৰ বান্ধোন দৃঢ় কৰি ৰখাৰ উদ্দেশ্যে আৰু থলুৱা ভাষা-সংস্কৃতিৰ বিকাশত বাধাগ্ৰস্ত নকৰাকৈ এই বৈচিত্ৰ্যপূৰ্ণ অঞ্চলটিৰ জনসাধাৰণক সাংস্কৃতিক আৰু ব্যৱহাৰিকভাৱে সংযুক্ত কৰি ৰখাৰ একমাত্ৰ মাধ্যম অসমীয়া ভাষাৰ ব্যৱহাৰ যাতে সঞ্চালনিকৈ ৰাখিব পাৰি তাৰ বাবে অনুকূল পৰিৱেশ ৰচনা কৰিবলৈ চৰকাৰৰ উপৰিও উত্তৰ-পূব ভাৰতৰ ৰাজ্য চৰকাৰসমূহক ( প্ৰস্তাৱৰ নকল দি ) অনুৰোধ জনোৱা হৈছে। এই প্ৰস্তাৱৰ ভিত্তিতে দাঁতি-কাষৰীয়া ৰাজ্যৰ লগত বিনিময় কৰাৰ অৰ্থে সভাৰ এটি দল অৰুণাচললৈ অসম সাহিত্য সভাৰ সন্দেশ-বাৰ্তা লৈ যায়। আন এটি দল নগাভূমিলৈ যোৱাৰ কথা।

তৃতীয় প্ৰস্তাৱ অনুসৰি অসমৰ ভাষা-সাহিত্য আৰু সংস্কৃতিৰ কেন্দ্ৰীয় বিদ্যাসদনস্বৰূপে গঢ়ি তোলাৰ অৰ্থে প্ৰস্তাৱিত ৰাধাকান্ত সন্দিকৈ ভৱন নিৰ্মাণ কৰাৰ বাবে কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰক আঁচনি দিয়াৰ উপৰিও শাখা সভা আৰু ৰাইজৰ কাৰ্যকৰী

সহযোগিতা বিচৰা হৈছে। মাজুলীত এটি সাংস্কৃতিক অধ্যয়ন কেন্দ্ৰ গঢ়ি তুলিবলৈ চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰি গ্ৰহণ কৰা প্ৰস্তাৱো যথাস্থানলৈ প্ৰেৰণ কৰা হৈছে।

টিহু সন্মিলনৰ প্ৰস্তাৱসমূহ আৰু কাৰ্যনিৰ্বাহক সমিতিয়ে (১৯৭৬-৭৭) লোৱা আঁচনিসমূহ কাৰ্যকৰী কৰাৰ অৰ্থে মাননীয় সভাপতিপ্ৰমুখ্যে সাহিত্য সভাৰ ছজনীয়া সঁজাতী দল এটিয়ে ১২ মে ১৯৭৬ তাৰিখে মুখ্যমন্ত্ৰীৰ লগত সাক্ষাত কৰি প্ৰস্তাৱ আৰু আঁচনিসমূহৰ কথা অৱগত কৰায়।

তদুপৰি মুখ্যমন্ত্ৰীক সাক্ষাত কৰোঁতে (১) অসমৰ ৰাজ্যভাষা আইনখন সম্পূৰ্ণৰূপে কাৰ্যকৰী কৰা, (২) অসমৰ অনা-অসমীয়া স্কুলসমূহত অসমীয়া ভাষাক তৃতীয় ভাষা হিচাপে শিকোৱাৰ ব্যৱস্থা সম্পূৰ্ণ কাৰ্যকৰী কৰা, (৩) অনা-অসমীয়া স্কুলত অসমীয়া শিকাবলৈ নিয়োগ কৰা শিক্ষকৰ অৰ্হতা আৰু শিক্ষাদান সম্পৰ্কে অনুসন্ধান আৰু তত্ত্বাৱধান ল'বলৈ বিষয়া নিয়োগ, (৪) অসমীয়া শিকোৱাৰ কাৰণে বিদ্যালয়ত অৰ্থ-মঞ্জুৰী দিয়া, (৫) অসমীয়া ভাষাজ্ঞান প্ৰশিক্ষণ পাঠ্যক্ৰমত স্বীকৃতিদান আৰু উপযুক্ত স্থানীয়লোকক বিদ্যালয়ত নিযুক্তি দিয়াৰ ব্যৱস্থা কৰা—এইকেইটি বিষয়ে দৃষ্টি আকৰ্ষণ কৰা হয়।

## ৪। আঁচনি আৰু কাম

আমাৰ কাৰ্যকালৰ ভিতৰত (১৯৭৬-৭৭) অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সমিতিৰ ৪ (চাৰি) খন অধিৰেশন বহে। প্ৰথমখন মাৰ্চ মাহৰ ২৭ আৰু ২৮ তাৰিখে যোৰহাটত, দ্বিতীয়খন জুন মাহৰ ৫ আৰু ৬ তাৰিখে ডিমাপুৰত, তৃতীয়খন অক্তোবৰ মাহৰ ২৯ আৰু ৩০ তাৰিখে গুৱাহাটীত আৰু চতুৰ্থখন ফেব্ৰুৱাৰী মাহৰ (১৯৭৭) ৩ আৰু ৪ তাৰিখে অভয়াপুৰী চহৰত বহে। উল্লেখযোগ্য যে এই বছৰতে



পোন প্ৰথম বাৰৰ বাবে কাৰ্যনিৰ্বাহক সমিতিৰ অধিৰেশন অসমৰ বাহিৰত অৰ্থাৎ ডিমাপুৰত অনুষ্ঠিত হয়। ইয়াৰ বাবে শ্ৰীগোবিন্দ-চন্দ্ৰ পৈৰা ডাঙৰীয়াপ্ৰমুখ্যে ডিমাপুৰ সাহিত্য সভাৰ উদ্যোক্তাসকলক তথা ডিমাপুৰীয়া ৰাইজক আমাৰ শলাগ যাচিছোঁ।

ত্ৰিশ্চত্বাৰিংশ সন্মিলনে গ্ৰহণ কৰা প্ৰস্তাৱ আৰু সন্মিলনৰ বিষয়-বাছনী সভাই দিয়া পৰামৰ্শসমূহক ভেঁটি কৰি কাৰ্যনিৰ্বাহক সমিতিয়ে যোৱা বছৰটোৰ কামৰ আঁচনি গ্ৰহণ কৰে। এই আঁচনিৰ ভিতৰত ঘাইকৈ আছিল (১) প্ৰকাশন আঁচনি, (২) লেখক-শিৱিৰ আয়োজন আঁচনি, (৩) জন্ম-শতবাৰ্ষিকী উছৱ আয়োজনৰ আঁচনি, (৪) দানবীৰ ৰাধাকান্ত সন্দিকৈ ভৱন নিৰ্মাণ আঁচনি আৰু (৫) সাংস্কৃতিক আৰু সম্প্ৰীতিমূলক ভ্ৰমণ আঁচনি।

## ৫। প্ৰকাশন আৰু পুনৰ্মুদ্ৰণ

(ক) অসম সাহিত্য সভাই অসমৰ জনজাতীয় জীৱন বা সম্প্ৰদায়ৰ পৰিচয়মূলক আৰু সাংস্কৃতিক জীৱনৰ পৰিচয়মূলক গ্ৰন্থ প্ৰকাশত গুৰুত্ব দি আহিছে। এই বছৰ প্ৰকাশৰ বাবে লোৱা হয়- (১) বড়ো সাধু, (২) ৰাভা সাধু, (৩) মিছিং সাধু, (৪) কাৰ্বি সাধু, (৫) দেউৰী সাধু, (৬) কামেং সীমান্তৰ সাধু, (৭) চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু, আৰু (৮) নেপালী সাধু। তদুপৰি বিভিন্ন ধৰ্মৰ লগত জড়িত সাধুকথা বা আখ্যান সংকলন প্ৰকাশৰ বাবে লোৱা হয়—(১) ইছলাম ধৰ্মসম্পৰ্কীয়, (২) বৌদ্ধ ধৰ্মসম্পৰ্কীয়, ৩) শিখ ধৰ্মসম্পৰ্কীয় সাধু।

(খ) অসম সাহিত্য সভাই সাহিত্য, সংগীত, বিজ্ঞান আদি বিভিন্ন বিষয়ৰ পৰিচয়মূলক গ্ৰন্থ এলানি প্ৰকাশ কৰিবলৈ আঁচনি গ্ৰহণ কৰে আৰু এই আঁচনিত এই বছৰ প্ৰকাশ কৰিবলৈ লোৱা হয়ঃ

১। ধ্বনি আৰু ৰসতত্ত্ব, ২। নৃতত্ত্বৰ চমু আভাস, ৩। চিকিৎসা বিজ্ঞানৰ ইতিহাস, ৪। চাহৰ কথা আৰু ৫। অসমীয়া সংগীতৰ ঐতিহ্য। আশাকৰোঁ এই শ্ৰেণীৰ গ্ৰন্থমালাই ভৱিষ্যতে বিভিন্ন বিষয় সামৰি ল'ব।

(গ) শতবাৰ্ষিকী প্ৰকাশ ঃ অসম সাহিত্য সভাই দেশভক্ত তৰুণৰাম ফুকনৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে 'দেশভক্ত ফুকন' স্মৃতিমাল্য নামৰ গ্ৰন্থ প্ৰকাশ কৰিছে আৰু সভাৰ উছৰ সমিতিৰ সৌজন্যত 'তৰুণ স্মৃতি' নামৰ এখন গ্ৰন্থ প্ৰকাশ হৈছে। তদুপৰি শতবাৰ্ষিকী উপলক্ষে সভাই 'ভাৰতীয় ৰাজনীতিৰ ধাৰা' শীৰ্ষক এটি স্মাৰক বক্তৃতা দিবলৈ অধ্যক্ষ শ্ৰীতীৰ্থনাথ শৰ্মাদেৱক কৰা অনুৰোধ তেখেতে গ্ৰহণ কৰি সেই বক্তৃতা লিখি উলিয়াইছে। সেই বক্তৃতাও পুথি আকাৰে প্ৰকাশ কৰা হ'ব।

(ঘ) অন্যান্য প্ৰকাশন ঃ সভাই চলিত বছৰৰ প্ৰকাশনৰ আঁচনিত ধৰা পুথিসমূহ হ'ল ঃ

১। শতাব্দীৰ অৰ্ঘ্য, ২। নগালেণ্ড, ৩। আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ, ৪। টিহু-লখিমী, ৫। শ্বেক্সপীয়েৰ, ৬। কামৰূপী লোক-গীতি সংগ্ৰহ আৰু ৭। অসমীয়া গল্প সংকলন। এই আঁচনিৰ পুথিসমূহৰ ভিতৰত 'টিহু-লখিমী', 'কামেং সীমান্তৰ সাধু', 'কাৰ্বি সাধু', 'নৃতত্ত্বৰ চমু আভাস', 'দেউৰী সাধু', 'ৰাভা সাধু', 'দেশ-ভক্ত ফুকন স্মৃতিমাল্য', 'ধ্বনি আৰু ৰসতত্ত্ব', 'অসমীয়া সংগীতৰ ঐতিহ্য' আৰু 'চাহৰ কথা' এই দহখন পুথি ছপা হৈ ওলাই আহিছে। বাকীকেইখন পুথি চলিত বিত্তীয় বছৰতে ছপা হৈ আহিব বুলি আশা কৰা হৈছে।

ইয়াৰ উপৰিও চলিত বছৰত গ্ৰহণ কৰা প্ৰকাশন আঁচনিৰ অন্ত-ৰ্ভুক্ত কেইবাখনো গ্ৰন্থৰ গ্ৰন্থকাৰে পাণ্ডুলিপি পঠোৱাৰ আশা দিছে।



অন্যান্য প্ৰকাশন ঃ

এই বছৰত প্ৰকাশ হৈ আহিবলগীয়া গ্ৰন্থৰ ভিতৰত আছে (১) অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাৰ 'শতাব্দীৰ অৰ্ঘ্য', (২) শ্ৰীমতী নৰমালতী চক্ৰৱৰ্তীৰ নাগামিজত লিখা 'নগালেণ্ড' আৰু (৩) শ্ৰীনগেন শইকীয়াৰ সম্পাদিত 'আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ'।

১৯৭৮ চনত পালন কৰিবলগীয়া পণ্ডিত কালিৰাম মেধি ডাঙৰীয়াৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে মেধি ডাঙৰীয়াৰ ৰচনাৱলী প্ৰকাশৰ সিদ্ধান্ত লৈ সেইবোৰ সংগ্ৰহ সম্পাদনা কৰিবলৈ ড° সত্যেন্দ্ৰনাথ শৰ্মা আৰু শ্ৰীমুৰাৰিচৰণ দাসক অনুৰোধ জনোৱা হৈছে। দুয়োজনাই ইতিমধ্যে কামত আগবাঢ়িছে। সাহিত্য সভাৰ অনুৰোধক্ৰমে অধ্যাপক শ্ৰীযতীন্দ্ৰনাথ গোস্বামীয়ে অসম সাহিত্য সভাৰ প্ৰকাশনৰ বিৱৰণ-মূলক তালিকা আৰু জন্ম-মৃত্যুৰ তাৰিখৰে সৈতে প্ৰখ্যাত লোকৰ সংক্ষিপ্ত জীৱনী এখন যুগুত কৰি আছে।

উল্লিখিত গ্ৰন্থৰ লেখক আৰু সম্পাদকসকললৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

পুনৰ্মুদ্ৰণ ঃ

ক) 'ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া' গ্ৰন্থৰ পুনৰ্মুদ্ৰণৰ আৱশ্যকতা অনুভৱ কৰাত ছপা কৰি উলিওৱা হয়। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি পণ্ডিত শ্ৰীকৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াই গ্ৰন্থখনৰ পুনৰ্মুদ্ৰণৰ সম্পূৰ্ণ ব্যয় বহন কৰাত আমি তেখেতৰ ওচৰত কৃতজ্ঞ।

খ) অসমৰ জনজাতি গ্ৰন্থৰ দ্বিতীয় পৰিবৰ্ধিত সংস্কৰণ ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যৰ সম্পাদনাত সম্পূৰ্ণ হৈছে আৰু ছপাবৰ কাৰণে লয়াৰ্চ বুকষ্টলক দায়িত্ব দিয়া হৈছে।

গ) বিহগী কবি ৰঘুনাথ চৌধুৰীৰ 'সাদৰী' গ্ৰন্থখন সভাৰ হৈ গুৱাহাটীৰ বাণী প্ৰকাশ প্ৰতিষ্ঠানে ছপা কৰি উলিয়াইছে।

উল্লেখযোগ্য যে জনজাতীয় জীৱন-ভিত্তিক প্ৰকাশনৰ কাৰণে সমাজ-কল্যাণ দপ্তৰৰ মাননীয় মন্ত্ৰী মহাশয়ে আৰ্থিক সাহায্য দিয়াৰ আশ্বাস দিছে।

## ৬। অসম সাহিত্য সভা পত্ৰিকা

শ্ৰীযতীন গোস্বামীৰ সম্পাদনাত অসম সাহিত্য সভা পত্ৰিকা ত্ৰয়-ত্ৰিংশ বছৰৰ তিনিটি সংখ্যা গধুৰ প্ৰবন্ধ-পাতিৰে প্ৰকাশ হৈ ওলাইছে। চতুৰ্থ সংখ্যাটি ছপা হৈ আছে। আমাৰ শাখা সভা-সমূহে পত্ৰিকাৰ নিয়মীয়া গ্ৰাহক হোৱাৰ উপৰিও পত্ৰিকা বিক্ৰীত আগভাগ লোৱাটো বাঞ্ছনীয়; কিন্তু শাখা সভাৰপৰা পত্ৰিকাৰ ভিঃপিঃ ঘূৰি অহাত সভাৰ অযথা ভৰণি হৈছে। তেনে শাখাসমূহে যদি সন্মিলনলৈ প্ৰতিনিধি পঠাইছে তেন্তে সেই শাখাৰপৰা বছৰেকীয়া বৰঙণিৰ লগত পত্ৰিকাৰ বছৰেকীয়া বৰঙণিৰ আধা আৰু আমাৰ ডাক ভৰণি ল'বলৈ বাধ্য হৈছোঁ।

পত্ৰিকাৰ বহল প্ৰচাৰৰ অৰ্থে আৰু বিশেষকৈ পত্ৰিকাৰ গ্ৰাহক বৃদ্ধিৰ কাৰণে অসমৰ মাননীয় শিক্ষাধিকাৰ মহাশয়ৰ যোগেদি অসমৰ শিক্ষানুষ্ঠানসমূহলৈ এখন বিজ্ঞপ্তি দিওৱা হৈছিল যদিও কাৰ্যতঃ বিশেষ একো ফল হোৱা নাই।

## ৭। চতুৰ্থ লেখক—শিৱিৰ :

অসম সাহিত্য সভাৰ উদ্যোগত আৰু তেজপুৰ সাহিত্য সভাৰ সহ-যোগত ১৯৭৬ খ্ৰীষ্টাব্দৰ ২৪ আৰু ২৫ ডিচেম্বৰত তেজপুৰ নগৰত অসম সাহিত্য সভাৰ চতুৰ্থ লেখক-শিৱিৰ ড° মহেশ্বৰ নেওগৰ



সঞ্চালনাত অনুষ্ঠিত হয়। লেখক-শিৱিৰত আলোচ্য বিষয় আছিল (১) সাম্প্ৰতিক সাহিত্য : ৰুচি, আদৰ্শ আৰু সামাজিক দায়িত্ব আৰু (২) অসমীয়া সংবাদপত্ৰ আৰু আলোচনীৰ সমস্যা আৰু মান। অসমীয়া আখৰ জোটনি আৰু আভিধানিক ৰূপৰ বিপৰ্যয় বিষয়টোও আলোচনাত অন্তৰ্ভুক্ত কৰা হৈছিল। লেখক-শিৱিৰত অসমৰ প্ৰায় ৫০ গৰাকী লেখক আৰু সাংবাদিকে অংশগ্ৰহণ কৰিছিল।

এইখিনিতে উল্লেখ কৰিব পাৰি যে চতুৰ্থ লেখক-শিৱিৰত আলোচিত বিষয়-বস্তুলৈ এখনি গ্ৰন্থ প্ৰকাশৰ ব্যৱস্থা কৰা হৈছে।

## ৮। সাহিত্য সভা সপ্তাহ :

অসম সাহিত্য সভাৰ লক্ষ্য আৰু উদ্দেশ্য প্ৰচাৰৰ অৰ্থে আগৰদৰে এইবাৰো বিভিন্ন কাৰ্যসূচীৰে সাহিত্য সভা সপ্তাহ পালন কৰা হয়। এই সপ্তাহ ১৯৭৭ চনৰ ১৭ জানুৱাৰীৰপৰা ২৩ জানুৱাৰীলৈ চলে। এই সপ্তাহৰ ভিতৰতে অৰ্থাৎ ২২ জানুৱাৰী তাৰিখে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি দেশভক্ত তৰুণৰাম ফুকনৰ জন্ম-শতবৰ্ষ পূৰ্ণ হয়। শাখা আৰু স্বীকৃত সভাসমূহে সাহিত্য সভা সপ্তাহ পালনৰ লগতে জন্ম শতবাৰ্ষিকী উছৱো বিভিন্ন কাৰ্যসূচীৰে বিস্তৃতভাৱে পালন কৰাৰ বাতৰি পোৱা গৈছে। তদুপৰি জ্যোতি দিৱস, লেখক সমাৰোহ, শিল্পী-সাহিত্যিকৰ সম্বৰ্ধনা আদিৰ কাৰ্যসূচীৰে শাখাসমূহে কৰা আয়োজন সভাৰ লক্ষ্য সম্প্ৰসাৰণত নিশ্চয় সহায় কৰিছে।

## ৯। জন্ম-শতবাৰ্ষিকী :

অসম সাহিত্য সভাই দেশভক্ত তৰুণৰাম ফুকনৰ জন্ম-শতবাৰ্ষিকী উছৱ গুৱাহাটীত কেন্দ্ৰীয়ভাৱে পালন কৰাৰ উদ্দেশ্যে অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাক সভাপতি আৰু অধ্যাপক শ্ৰীদুৰ্গেশ্বৰ শৰ্মাক সম্পাদক হিচাপে লৈ এখনি উছৱ সমিতি গঠন কৰি

দিয়ে। এই সমিতিৰ সহযোগত ১৯৭৭ চনৰ ২২ আৰু ২৩ জানুৱাৰীত এক গাম্ভীৰ্যপূৰ্ণ পৰিৱেশত কৃতকাৰ্যভাৱে উছৱ পালন কৰা হয়। এই উছৱৰ লগতে সভাই প্ৰকাশ কৰা দুখন গ্ৰন্থৰ কথা উল্লেখ কৰি অহা হৈছে।

দেশভক্ত ফুকনৰ স্মৃতিত ডাক বিভাগে এটি বিশেষ টিকট উলিওৱাটো বৰ আনন্দৰ কথা আৰু এই সুযোগতে ডাক বিভাগৰ শলাগ লোৱা হ'ল।

## ১০। ৰাধাকান্ত সন্দিকৈ ভৱন ঃ

অসমৰ শিক্ষা, সাহিত্য আৰু সংস্কৃতিৰ উন্নতিৰ হকে অতুলনীয় দান আগবঢ়াওঁতা স্বৰ্গীয় ৰাধাকান্ত সন্দিকৈৰ স্মৃতিত অসম সাহিত্য সভাই যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ চৌহদত ভাষা-সাহিত্য-সংস্কৃতিৰ এটি কেন্দ্ৰীয় বিদ্যাসদন প্ৰতিষ্ঠা কৰিবলৈ ৰাধাকান্ত সন্দিকৈ ভৱন নিৰ্মাণৰ পৰিকল্পনা কৰি ১৯৬০ চনতেই তাৰ আধাৰশিলা প্ৰতিষ্ঠা কৰে; কিন্তু অৰ্থাভাৱত আজি ১৭ বছৰে সেই আধাৰশিলা তেনেদৰেই পৰি থাকিল। ইতিমধ্যে ১৯ লাখ টকাৰ ব্যয়ৰ আঁচনিৰে এই বিদ্যাসদনটিৰ ভৱনৰ প্ৰস্তাৱিত পৰিকল্পনা ৰাজ্য আৰু কেন্দ্ৰীয় চৰকাৰলৈ পঠোৱা হৈছে। যোৱা ২৬ জানুৱাৰী তাৰিখে চন্দ্ৰকান্ত সন্দিকৈ ভৱন প্ৰাংগণত এখন ৰাজহুৱা সভাত এই ভৱনৰ আঁচনি অসমৰ বন বিভাগৰ মন্ত্ৰী ডঃ লুটফুৰ ৰহমানে আনুষ্ঠানিকভাৱে উদ্বোধন কৰে। আশাকৰোঁ অসম সাহিত্য সভাৰ ভৱিষ্যত কাৰ্যনিৰ্বাহক সমিতি এই কামত অগ্ৰসৰ হ'ব পাৰিব। এই আঁচনিৰ সফলতাৰবাবে আমি সকলোৰে সহযোগিতা কামনা কৰোঁ।

## ১১। হীৰক জয়ন্তী ঃ

১৯৭৭ চনৰ ডিচেম্বৰ মাহত অসম সাহিত্য সভাৰ ষাঠি বছৰ পূৰ্ণ হ'ব। এই উপলক্ষে কাৰ্যনিৰ্বাহক সমিতিয়ে যোৰহাটত কেন্দ্ৰীয়ভাৱে



হীৰক জয়ন্তী উছৱ পালন কৰাৰ সিদ্ধান্ত লৈ স্থানীয়ভাৱে এখনি উছৱ সমিতি গঠন কৰি দিছে। উছৱ সমিতিয়ে কামত আগবঢ়া বুলি জানিব পৰা হৈছে।

## ১২। ভাষাজ্ঞান পৰীক্ষা ঃ

১৯৭৫ চনত অনুষ্ঠিত অসম সাহিত্য সভাৰ ভাষাজ্ঞান পৰীক্ষা নৱেম্বৰ মাহৰ ৭,৮ আৰু ৯ তাৰিখে অসমৰ ৩৩ টা কেন্দ্ৰত অনুষ্ঠিত হয়। এই পৰীক্ষাত তলত দিয়াদৰে ফল ঘোষণা কৰা হয়।

প্ৰাথমিক ঃ মুঠ পৰীক্ষাৰ্থী ৯৬৪—পৰীক্ষা দিয়ে ৮৩৬—উত্তীৰ্ণ—৩৭৭
১ম বিভাগ ১০, ২য় বিভাগ ৯৫, ৩য় বিভাগ ২৭২, উত্তীৰ্ণৰ হাৰ ৪৫%।

মাধ্যমিক ঃ মুঠ পৰীক্ষাৰ্থী ৪৬৮, পৰীক্ষা দিয়ে ৩৬৮, উত্তীৰ্ণ ১৫৮
১ম বিভাগ নাই, ২য় বিভাগ ৪২, ৩য় বিভাগ ১১৬, উত্তীৰ্ণৰ হাৰ ৪২%।

প্ৰাগ ভাৰতী ঃ মুঠ পৰীক্ষাৰ্থী ১২৭, পৰীক্ষা দিয়ে ৯৮, উত্তীৰ্ণ ৩০
১ম বিভাগ—নাই, ২য় বিভাগ ৫, ৩য় বিভাগ ২৫, উত্তীৰ্ণৰ হাৰ—৩১%।

ভাৰতী ঃ মুঠ পৰীক্ষাৰ্থী ২০, পৰীক্ষা দিয়ে ৯, উত্তীৰ্ণ ৫
১ম বিভাগ নাই, ২য় বিভাগ নাই, ৩য় বিভাগ ৫, উত্তীৰ্ণৰ হাৰ ৫৫'৫০%।

## ১৯৭৬ চনৰ পৰীক্ষা ঃ

যোৱা ডিচেম্বৰ মাহৰ ২৪, ২৫ আৰু ২৬ তাৰিখে অসমৰ বিভিন্ন (৩০ টা) কেন্দ্ৰত ১৯৭৬ চনৰ ভাষাজ্ঞান পৰীক্ষা অনুষ্ঠিত হয়। প্ৰাথমিক—৮৮৫ জন, মাধ্যমিক ৪৯৪ জন, প্ৰাগ ভাৰতী ১৩৮ জন আৰু

ভাৰতীত ২৫ জন, মুঠ—১৫৫২ জন পৰীক্ষাৰ্থীয়ে পৰীক্ষাত অৱতীৰ্ণ হৈছে। পৰীক্ষাৰ ফলাফল এই মাহৰ শেষৰ ফালে ঘোষণা কৰিব পৰা হ'ব।

১৩। **সাহিত্য সভাৰ বঁটা ঃ**

অসম সাহিত্য সভাত গচ্ছিত ন্যাস আৰু অক্ষয় পুঁজিৰপৰা এই বছৰ তলত দিয়া অনুসৰি বঁটা ঘোষণা কৰা হৈছে।

(ক) উগ্ৰতাৰা ন্যাস সমিতিয়ে আগবঢ়োৱা 'ৰঘুনাথ চৌধাৰী বঁটা' "বিভিন্ন দিনৰ কবিতা" নামৰ পুথিৰ বাবে শ্ৰীহীৰেন ভট্টই লাভ কৰিছে।

(খ) শৰতচন্দ্ৰ গোস্বামী বঁটা ঃ 'শৰৎচন্দ্ৰ গোস্বামী' শীৰ্ষক ৰচনা প্ৰতিযোগিতাত প্ৰথম হৈ ডুলিয়াজানৰ অইল ইণ্ডিয়া উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ছাত্ৰ শ্ৰীবি, ৰাজেন্দ্ৰকুমাৰে লাভ কৰিছে।

(গ) হৰিপ্ৰসাদ নেওগ সোঁৱৰণী মুদ্ৰণ-অলংকৰণ বঁটা ঃ মুদ্ৰণ আৰু অলংকৰণত শ্ৰেষ্ঠ বিবেচিত প্ৰতি বছৰে অসমীয়া পুথিক দিবৰ বাবে সিদ্ধান্ত কৰা হৰিপ্ৰসাদ নেওগ সোঁৱৰণী মুদ্ৰণ আৰু অংলকৰণ বঁটা লাভ কৰে 'আউনীআটী সত্ৰৰ বুৰঞ্জী' নামৰ গ্ৰন্থৰ প্ৰকাশক আউনীআটী সত্ৰই। কলিকতাৰ নৱজীৱন প্ৰেছে শ্ৰেষ্ঠ মুদ্ৰকৰ প্ৰমাণপত্ৰ লাভৰ যোগ্যতা অৰ্জন কৰিছে।

(ঘ প্ৰেমধৰ দত্ত সোঁৱৰণী বঁটা ঃ ভূগোলৰ চাৰিজন বিখ্যাত আৱিষ্কাৰক পুথিৰ বাবে মোহন চৌধুৰীয়ে লাভ কৰিছে ঃ

(ঙ) হৰিহৰ চৌধুৰী বঁটা ঃ—"তুমি ভালপোৱা অৰুণাচলৰ এটা জাতীয় উছৱ"শীৰ্ষক ৰচনা প্ৰতিযোগিতাত ( চলোং উছৱ ) প্ৰথম হৈ পাছিঘাটৰ ৰাজকীয় উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ছাত্ৰ শ্ৰীআচাম ৰৰবাঙে লাভ কৰিছে।



চ) বনমালী শইকীয়া বঁটা আৰু ডিগবৈ সাহিত্য সেৱা সমিতি বঁটা দিব পৰা নগ'ল।

এই বঁটাপ্ৰাপকসকললৈ আমাৰ আন্তৰিক অভিনন্দন জ্ঞাপন কৰিছোঁ।

১৪। **অভিনন্দন ঃ**

এই বছৰ ড° ভবেন্দ্ৰনাথ শইকীয়া "শৃংখল" গল্প পুথিৰ বাবে সাহিত্য একাডেমীৰদ্বাৰা, শ্ৰীহোমেন বৰগোহাঞি "পিতা-পুত্ৰ" উপন্যাসৰ বাবে অসম প্ৰকাশন পৰিষদৰদ্বাৰা আৰু শ্ৰীভৃগুমুনি কাগয়ুং, শ্ৰীনাহেন্দ্ৰ পাদুন আৰু শ্ৰীমোহন চৌধুৰী ক্ৰমে "অনাহুতা", "মোৰ লগৰীয়া" আৰু "ভূগোলৰ চাৰিজন বিখ্যাত আৱিষ্কাৰক" পুথিৰ বাবে কেন্দ্ৰীয় চৰকাৰৰদ্বাৰা পুৰস্কৃত হৈছে। সাংবাদিক শ্ৰীসতীশচন্দ্ৰ কাকতিয়ে "জৱাহৰলাল নেহৰু আৰু ছোভিয়েট ৰুছিয়া" পুথিৰ বাবে "ছোভিয়েট দেশ নেহৰু বঁটা" পাইছে। এই কেইগৰাকী সাহিত্যিকলৈ আমাৰ অভিনন্দন জ্ঞাপন কৰিলোঁ। অসম সাহিত্য সভাৰ নাজিৰা অধিৱেশনৰ (৩০ শ) সংগীত অধিৱেশ-নৰ সভাপতি আৰু সুপ্ৰসিদ্ধ গীতিকাৰ সংগীতজ্ঞ ড° ভূপেন হাজৰিকাই এই বছৰ শ্ৰেষ্ঠ সংগীত পৰিচালক হিচাপে সৰ্বভাৰতীয় খ্যাতি অৰ্জন কৰিছে আৰু ভাৰত চৰকাৰৰপৰা পদ্মশ্ৰী সন্মান লাভ কৰিছে। তদুপৰি অসমৰ বিদুষী মহিলা শ্ৰীমতী ইন্দিৰা মিৰি আৰু সুদক্ষ বিষয়া শ্ৰী জে, বি, চৌধুৰীয়েও পদ্মশ্ৰী সন্মানেৰে ভূষিত হৈছে। আটাইলৈ আমাৰ সশ্ৰদ্ধ অভিনন্দন যাচিলোঁ।

১৫। **সাহিত্যিক পেন্সন ঃ**

অসম ৰাজ্য চৰকাৰে এই বছৰ ২৬ জানুৱাৰীৰ দিনা ( সৰ্বশ্ৰী ) প্ৰবীণ ফুকন, সাবদা বৰদলৈ, ভৱানন্দ ৰাজখোৱা, যুগল দাস, নাৰায়ণ বেজবৰুৱা, ভৱেন নাৰ্জী, দীননাথ শৰ্মা আৰু তিলক দাসলৈ সাহিত্যিক পেন্সন দিয়াৰ কথা ঘোষণা কৰিছে। আমি এইসকললৈ অভিনন্দন জনালোঁ।

দেশলৈ বিভিন্ন বৰঙনি যোগোৱা দুজন ব্যক্তি শিল্পী স্বৰ্গীয় গজেন বৰুৱা আৰু সাহিত্যিক স্বৰ্গীয় হৰেন কলিতাৰ পৰিয়াললৈ ৰাজ্য চৰকাৰে এককালিন পাঁচ হেজাৰ টকাৰ অৰ্থসাহায্য আগবঢ়াইছে বুলি জানিব পাৰি আনন্দিত হৈছোঁ। আৰু সততে ৰাজ্য চৰকাৰৰো শলাগ ললোঁ।

## ১৬। সভালৈ দান :

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু বিহগী কবি ৰঘুনাথ চৌধাৰীৰ প্ৰকাশিত সমগ্ৰ ৰচনাৱলীৰ প্ৰকাশৰ স্বত্ব তেখেতৰ বোৱাৰী শ্ৰদ্ধেয়া শ্ৰীমতী বসুন্ধৰা চৌধুৰী আৰু নাতি শ্ৰীসন্তৰাম চৌধুৰীপ্ৰমুখ্যে উত্তৰাধিকাৰী-উত্তৰাধিকাৰিণীসকলে অসম সাহিত্য সভাক অৰ্পণ কৰিছে। তদুপৰি তেখেতসকলে প্ৰখ্যাত গীতিকাৰ উমেশচন্দ্ৰ চৌধাৰীৰ স্মৃতিত তেখেতসকলৰ ঘৰুৱা পুথিভঁড়ালত থকা ২৮০ খন মূল্যবান গ্ৰন্থ আৰু আলোচনী অসম সাহিত্য সভাক দান দিছে। এই দুয়োটি দানৰ বাবে চৌধাৰী পৰিয়ালৰ সকলোটিলৈ আমাৰ শলাগ যাচিলোঁ।

অসম সাহিত্য সভাৰ এগৰাকী প্ৰাক্তন সভাপতি বাগ্মীবৰ ডক্টৰ নীলমণি ফুকনদেৱে তেখেতৰ ৰচিত ৩০ খন গ্ৰন্থৰ স্বত্ব আৰু ব্যক্তিগত পুথিভঁড়ালটি দুটা আলমাৰীসহ অসম সাহিত্য সভাক দান কৰিছে। এই দানৰ বাবে তেখেতক আমাৰ সশ্ৰদ্ধ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। অসম সাহিত্য সভাৰ আন এগৰাকী সভাপতি অসম কেশৰী অম্বিকাগিৰি ৰায়চৌধুৰীৰ ব্যৱহৃত আলোচনী আৰু গ্ৰন্থৰাজি ৪৭২ খন আলমাৰীসহ অসম সাহিত্য সভাক দান কৰিছে। এই দানৰ কাৰণে ৰায়চৌধুৰীৰ পত্নী শ্ৰীকৌশল্যাবালা ৰায়চৌধুৰীলৈ আমাৰ শলাগ জনোৱা হ'ল।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাই ৪০০ খন পুথি, সাহিত্য সভাৰ সদস্য শ্ৰীঅতুলচন্দ্ৰ বৰুৱাই ২০০·০টকাৰ



কিতাপ (অসমীয়া কাব্যত প্ৰেমৰ বোৱঁতি সুঁতি, মনসা কাব্য আৰু ওজাপালি, ৰাষ্ট্ৰনেতা দেশভক্ত ফুকন, স্মৃতিৰ ৰডিয়া) আৰু শ্ৰীপ্ৰাণেশ্বৰ পাঠকে তেখেতৰ পত্নী স্বৰ্গীয়া বাণী পাঠকৰ ৰচিত ১০০ সংখ্যক 'বেজবৰুৱাৰ ৰতৰা' অসম সাহিত্য সভাক দান দিছে। গুৱাহাটীৰ বাণী প্ৰকাশৰ স্বত্বাধিকাৰী শ্ৰীঅম্বিকাপদ চৌধুৰীয়ে তেখেতসকলৰ সমস্ত প্ৰকাশনৰ একোকপিকৈ কিতাপ অসম সাহিত্য সভাক দান কৰিছে। দেওতোলা সাহিত্য সভাৰ সম্পাদক শ্ৰীবকুল বৰাই স্বৰচিত কবিতা পুথি 'চন্দ্ৰবিন্দু' কবিতা পুথি ৫০ কপি অসম সাহিত্য সভালৈ দান কৰিছে।

এইকেইগৰাকী দাতালৈ আমাৰ কৃতজ্ঞতা নিবেদন কৰিলোঁ।

কলিকতাৰ নৱজীৱন প্ৰেছৰ যত্নৰ ফলতেই অসম সাহিত্য সভাই ৩০০৩·৮১ পইচা বিক্ৰী কৰ ৰেহাই পায়। ইয়াৰ বাবে নৱজীৱন প্ৰেছৰ শলাগ ললোঁ।

## ১৭। সভাৰ পুথিভঁৰাল :

অসম সাহিত্য সভাৰ পুথিভঁৰাল সম্প্ৰসাৰণৰবাবে ন-পুৰণি পুথি-আলোচনী সংগ্ৰহ কৰিবলৈ আমাৰ প্ৰথম প্ৰচাৰ পত্ৰিকাত শাখা সভা আৰু স্বীকৃত সভাসমূহলৈ আবেদন জনাইছিলোঁ, কিন্তু সকলো শাখা সভাৰপৰা সঁহাৰি পোৱা নগ'ল। সেই সভাৰ পত্ৰিকাতে প্ৰতিখন শাখা সভা আৰু স্বীকৃতি সভাই নিজাকৈ পুথিভঁৰাল স্থাপন কৰিব লাগে বুলিও নিবেদন জনোৱা হৈছিল; কিন্তু এই ক্ষেত্ৰত কোনে কিমান আগবাঢ়িছে জানিব পৰা নাই। কেন্দ্ৰীয় কাৰ্যালয়ত থকা পুথিভঁৰালটিৰ সাহায্যৰ কাৰণে ১৭।৬।৭৬ তাৰিখে ৰাজ্যিক লটাৰী পুঁজিৰপৰা দহহেজাৰ টকাৰ অনুদান বিচৰা হৈছে। সভাৰ পুথিভঁৰালৰ কাৰণে বিভিন্ন ব্যক্তি আৰু অনুষ্ঠানৰপৰা পোৱা দানৰ কথা ওপৰত উল্লেখ কৰা হৈছে।

### ১৮। সভাৰ সাহায্য দান :-

১৯৭৬ চনত কাছাৰ জিলাত হোৱা প্ৰলয়ংকৰী বানপানীৰ ফলত মানুহৰ দুৰ্গতিৰ সীমা নোহোৱা হয়। এই দুৰ্গত ৰাইজক দান-বৰঙনিৰে সাহায্য কৰিবলৈ শাখা আৰু স্বীকৃত সভাসমূহলৈ বিজ্ঞপ্তি দিয়াৰ উপৰিও সভাৰ পুঁজিৰপৰা সহানুভূতিৰ চিনস্বৰূপে ৰাজ্যিক বান সাহায্য পুঁজিলৈ এশ টকা দান কৰা হয়।

সভাৰ পুঁজিৰপৰা শিল্পী গজেন বৰুৱাক ৰোগশয্যাত পৰি থকা অৱস্থাত খবৰ কৰি শ্ৰদ্ধাৰ চিনস্বৰূপে এশ টকা দান আগবঢ়োৱা হয়।

### ১৯। শুভেচ্ছামূলক ভ্ৰমণ আৰু প্ৰীতি মেল :

অসম সাহিত্য সভাই অসম আৰু ইয়াৰ দাঁতি-কাষৰীয়া ৰাজ্যৰ বিভিন্ন অঞ্চলত বসবাস কৰি থকা জাতি-বৰ্ণ, ভাষা-ধৰ্মনিৰ্বিশেষে সকলো শ্ৰেণীৰ লোকৰ মাজত থকা সংহতি আৰু সম্প্ৰীতিৰ বান্ধোন যাতে দৃঢ়তৰৰপৰা দৃঢ়তৰ হয় তাৰ কাৰণে চিন্তা-চেষ্টা কৰি আহিছে। এই উদ্দেশ্যে সভাই এইবছৰ (৫ আৰু ৬ জুন, ১৯৭৭) কাৰ্যনিৰ্বাহক সমিতিৰ দ্বিতীয় অধিৱেশন নগাভূমিৰ ডিমাপুৰ নগৰত বহুৱাই। কাৰ্যনিৰ্বাহক সমিতিৰ এটি তেৰজনীয়া দলে কহিমা ভ্ৰমণ কৰে। সভাই ১৯৭৭ চনৰ জানুৱাৰী মাহত অসম চৰকাৰৰপৰা ১৫ হেজাৰ টকাৰ অনুদান এটি লাভ কৰি এটি দল অৰুণাচল প্ৰদেশলৈ আৰু এটি দল (৭-১১ জানুৱাৰীত) কাছাৰ জিলালৈ যায়। অৰুণাচলৰ ৰাইজে এই দলটিক দেখুওৱা আগ্ৰহ আৰু মৰম চেনেহৰ কথা সদায় স্মৰণীয় হৈ ৰ'ব। উল্লেখযোগ্য যে অসম সাহিত্য সভাৰ প্ৰতি মৰম আৰু শ্ৰদ্ধা দেখুৱাই যোৱা ১২ জানুৱাৰী তাৰিখে অৰুণাচলৰ মাননীয় কৃষি মন্ত্ৰী শ্ৰীটম ৰিবাই গুৱাহাটীত



অসম সাহিত্য সভাৰ কাৰ্যালয়ত সভাৰ কৰ্মীসাহিত্যিকসকলক অৰুণাচলৰ শুভেচ্ছা জ্ঞাপন কৰে আৰু সভাৰ ফালৰপৰা তেওঁক বিপুলভাৱে আদৰণি জনোৱা হয়।

কাছাৰবাসী ৰাইজৰ মাজত শুভেচ্ছা বিনিময়, সম্প্ৰীতি স্থাপন আৰু সভাৰ সংগঠন বৃদ্ধিৰ উদ্দেশ্যে কাছাৰলৈ যোৱা নজনীয়া দলটি তিনিভাগত বিভক্ত হৈ এটিভাগ শিলচৰ মহকুমাৰ শিলচৰ, উদাৰবন্দ, জাপিৰবন্দ, হৰিনগৰ, সোণাই আদি ঠাই আৰু আন এটি ভাগ হাইলাকান্দি মহকুমাৰ বাৰাকপুৰ, হাইলাকান্দি, (বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ, মহকুমা পৰিষদ ভৱন) আলগাপুৰ, লালা, সোণাৰা, মাটিজুৰি, আদাৰকোনা, বৰথল, আৰু গড়ৰ ভিতৰ আদি ঠাই আৰু তৃতীয় উপদলটো কৰিমগঞ্জ মহকুমাৰ বদৰপুৰ, মহাকাল, বিহ্যানগৰ, প্ৰতাপগড়, আছিমগঞ্জ ইদগাহ আদি ঠাইত ৰাইজক ব্যক্তিগতভাৱে লগ ধৰে আৰু স্থানীয় ৰাইজে দলৰ সন্মানাৰ্থে আয়োজন কৰা সভা-সমিতিত যোগ দি পৰস্পৰ ভাৱৰ আদান-প্ৰদান কৰে। সাহিত্য সভাৰ এই দলটোৱে কাছাৰৰ বিভিন্ন শ্ৰেণীৰ লোকৰ মাজত অসমীয়া ভাষা শিকাৰ আগ্ৰহ দেখা পায়।

সম্প্ৰীতি স্থাপন আৰু সভাৰ সংগঠনৰ কাৰণে সভাৰ সভাপতি শ্ৰীযজ্ঞেশ্বৰ শৰ্মাদেৱে নগাভূমি, উজনি অসমৰ ভালেমান চাহবাগিচা, নগাঁও অঞ্চলৰ দাঁতি-কাষৰীয়া ঠাই আদি ভ্ৰমণ কৰি বিভিন্ন ঠাইৰ সভা-সমিতিত সাহিত্য সভাৰ উদ্দেশ্য প্ৰচাৰ কৰিছে। এইদৰে সভাৰদ্বাৰা বিভিন্ন ঠাইৰ ৰাইজৰ লগত যোগাযোগ ৰক্ষা কৰি অহা হৈছে।

### ২০। সভাৰ সংগঠন :

অসম সাহিত্য সভাক অধিক শক্তিশালী কৰিবলৈ হ'লে শাখা সভা, আজীৱন সভ্য, পত্ৰিকাৰ গ্ৰাহক আদি বৃদ্ধি কৰাৰ উপৰিও জীৱিত

শাখা সভাসমূহক অধিক সক্রিয় কৰি তুলিব লাগিব। এনে কামত সহায় কৰাৰ উদ্দেশ্যে সভাই অসমৰ আটাইকেউখন জিলাৰ উপৰিও মেঘালয় আৰু নগাভূমিত সৰ্বমুঠ ১০৫ জন লোকক সংগঠকৰ দায়িত্ব দিয়ে। এইসকলৰ বহুতে সক্রিয় সহযোগ আগ বঢ়ায়। এই-সকলৰ উপৰিও সভাৰ সংগঠনৰ কামত মাননীয় সভাপতিপ্ৰমুখ্যে কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যসকলে নানাপ্ৰকাৰে সহায় কৰিছে। এই সকলোটিলৈ আমাৰ কৃতজ্ঞতা থাকিল ; লগতে আমি আশাকৰোঁ ভৱিষ্যতে সংগঠকৰ সংখ্যা বৃদ্ধি পাব আৰু সকলো সংগঠকে ভাষা-জননীৰ সেৱাত অধিক সক্রিয় হ'ব।

## ২১। শাখা সভাৰ বাতৰি ঃ

আমি অসম সাহিত্য সভাৰ শাখা সভাসমূহৰ লগত পাৰ্যমানে যোগাযোগ কৰাৰ চেষ্টা চলাই আহিছোঁ। সাধাৰণ সভা, আজীৱন সভ্যৰ সংখ্যা, নতুন শাখা সভা গঠন, ভাষাজ্ঞান পৰীক্ষাৰ কেন্দ্ৰ স্থাপন, পত্ৰিকাৰ গ্ৰাহক ভুক্তি আৰু মূল সভাৰ পুঁজিলৈ দান-বৰঙনি সংগ্ৰহৰ বাবে শাখা সভাসমূহলৈ আহ্বান জনাই বিজ্ঞপ্তি আদি প্ৰেৰণ কৰি আহিছোঁ। অসম সাহিত্য সভাৰ শাখা সভাৰ সংখ্যা সম্প্ৰতি ৪৫২ খনলৈ, স্বীকৃত সভাৰ সংখ্যা ১৫ খনলৈ বৃদ্ধি পাইছে। তাৰ ভিতৰত চলিত বছৰত ২৮ খন শাখা সভা, ৪ খন স্বীকৃত সভা গঠিত হৈছে। আজীৱন সভ্যৰ সংখ্যাও এই বছৰ ১১৪ জন ধৰি ৭৩ জনলৈ বৃদ্ধি পাইছে ; কিন্তু অধিকাংশ শাখা সভা নিক্রিয়। এই বিষয়ে সভাৰ হিতাকাংক্ষী সকলোৱে চিন্তা কৰাৰ প্ৰয়োজন হৈছে।

যোৱা বছৰ ৩ খন বিজ্ঞপ্তি পত্ৰৰ যোগে শাখা সভা আৰু স্বীকৃত সভাসমূহক কৰণীয় সম্পৰ্কে জনাবলৈ যত্ন কৰিছোঁ। তথাপি যদি ডাকৰ বিজুটিত কোনো সদস্য বা শাখা সভাই দিয়া পত্ৰ আমি পোৱা নাই বা আমি দিয়া পত্ৰ সিসকলে পোৱা নাই তাৰ বাবে আমি দুঃখিত।



আমি পোৱা বাতৰি মতে ডিব্ৰুগড় শাখা সভাই বেজবৰুৱা ভৱন নিৰ্মাণৰ উপৰিও ডিব্ৰুগড় সাহিত্য সভাৰ ইতিবৃত্ত আৰু এখন সাহিত্য সংকলন যুগুত কৰিবলৈ আয়োজন কৰিছে। পাটাছাৰকুছি সাহিত্য সভাই কবিতা সংকলন "এমুঠি ফুল" প্ৰকাশ কৰিছে, ধিঙৰ 'ৰংগ-ভৱন' সম্পূৰ্ণ হৈছে, তেজপুৰত সাহিত্য সভাৰ উদ্যোগত বিষ্ণু ৰাভাৰ প্ৰতিমূৰ্তি স্থাপিত হৈছে, তদুপৰি জ্যোতিপ্ৰসাদ আগৰৱালাৰ প্ৰতিমূৰ্তি স্থাপনৰ আয়োজন চলিছে। কেশৱ শৰ্মাৰ সম্পাদনাত ডিফু সাহিত্য সভাই 'কাৰ্বি ৰামায়ণ' অসমীয়া অনুবাদসহ প্ৰকাশ কৰিছে। উত্তৰ আঞ্চলিক সাহিত্য সভাই মুখপত্ৰ 'মৌচুমী' প্ৰকাশৰ যো-জা কৰিছে। কামৰূপ সাহিত্য পৰিষদৰ 'কামৰূপা', 'কামৰূপ ৰত্নমালা', (২য় খণ্ড) 'স্মৰণিকা' প্ৰকাশ হৈছে। সৰিতা সভাৰ 'বিচিত্ৰনাৰায়ণ দত্তবৰুৱা'ৰ স্মৃতিগ্ৰন্থ প্ৰকাশ হৈছে, পাঠশালা সাহিত্য সভাই 'প্ৰবন্ধচয়ন', 'ডুবি পৰিহৰেশ্বৰ দেৱালয়ৰ ইতিহাস', মুখপত্ৰ 'আলিপনা'ৰ ৩য় সংখ্যা, 'মোৰ দেশ' কবিতা সংকলন, 'মানস তীৰ্থ' একাংকিকা, স্মৃতিগ্ৰন্থ প্ৰকাশ কৰিছে আৰু লেখক-শিৱিৰ, আলোচনা-চক্ৰ আদিৰ আয়োজন কৰিছে। ঢেঁকিয়ালৰ জ্যোতি সাহিত্য সভাই গোস্বামী পৰিয়ালৰ দানেৰে 'হেমচন্দ্ৰ গোস্বামী ভৱন' লাভ কৰিছে। তদুপৰি কেইবাখনো শাখা সভাই নিজাকৈ ভৱন নিৰ্মাণৰ আঁচনি যুগুত কৰিছে আৰু মুখপত্ৰৰ প্ৰকাশৰ যো-জা কৰিছে।

তলত উল্লেখ কৰা শাখা সভাসমূহে আলোচনা-চক্ৰ, সাংস্কৃতিক অনুষ্ঠান, শিল্পী-সাহিত্যিক সম্বৰ্ধনা আদিৰ আয়োজন কৰাৰ বাতৰি আমালৈ আহিছে ঃ

১। নামৰূপ সাহিত্য সভা, ২। মৰঙী সাহিত্য সভা, ৩। দুধনৈ সাহিত্য সভা, ৪। জোনাকী সাহিত্য সমাজ ৫। ধিং সাহিত্য সভা, ৬। টংলা, ৭। মঙলদৈ সাহিত্য সংস্কৃতি আলোচনা-চক্ৰ, ৮। মৰিয়ণী, ৯। বকতা, ১০। তিতাবৰ, ১১। নৱজ্যোতি, গামাৰিমূৰী, ১২। পূবেৰুণ কলা

পৰিষদ, ১৩। হোজাই, ১৪। চামদাং, ১৫। সুন্দৰীদিয়া, ১৬। বৰনগৰ, ১৭। ধমধমা আঞ্চলিক সাহিত্য সভা, ১৮। নাহৰকটীয়া, ১৯। বিকাশ, ২০। সৌমাৰজ্যোতি, ২১। গোসাঁই গাঁও, ২২। লক্ষীমপুৰ, ২৩। কহিমা, ২৪। পুথিমাৰী, ২৫। জ্যোতি সাহিত্য সভা—গুৱালকুছি, ২৬। ডিব্ৰুগড়, ২৭। খুমটাই, ২৮। দেওতোলা, ২৯। মাকুম, ৩০। ওদালগুৰি ৩১। খেৰাজখাট, ৩২। লামডিং ৩৩। কুঞ্জবন চেমনীয়া সাহিত্য পৰিষদ, ৩৪। ঢেঁকিয়াজুলি, ৩৫। উত্তৰ লক্ষীমপুৰ, ৩৬। নৱজ্যোতি সাহিত্য সভা—মাখিবাহা, ৩৭। চলাপৰীয়া সাহিত্য সভা, ৩৮। পাটাচাৰকুছি, ৩৯। উত্তৰ আঞ্চলিক, ৪০। অমিয় শাখা সাহিত্য সভা, ৪১। ইদগাহ, ৪২। হাৱিভাঙা, ৪৩। পাঠশালা, ৪৪। জ্ঞানমালিনী সাহিত্য সভা, ৪৫। উত্তৰ গুৱাহাটী, ৪৬। যোৰহাট, ৪৭। মালিগাঁও, ৪৮। নাজিৰা, ৪৯। কমলাবাৰী, ৫০। ডিব্ৰুগড় সাহিত্য কানন, ৫১। আঁহতগুৰি চাৰিআলি, ৫২। নগাঁও, ৫৩। গোলাঘাট, ৫৪। বজালী সাহিত্য কলা পৰিষদ, ৫৫। সোণাতলী, ৫৬। পূব ডিব্ৰুগড়, ৫৭। লুকী বেকেলী সাহিত্য সভা।

ইয়াৰ উপৰিও বহুতো শাখা সভাই আমাৰ বিজ্ঞপ্তি পত্ৰ অনুযায়ী আৰু নিজৰবীয়াকৈও বিবিধ অনুষ্ঠানৰ আয়োজন কৰিছে। সেইসকলৰপৰা আমি একোটি বিৱৰণ পাবলৈ আশা কৰিছোঁ।

## ২২। সভাৰ বিত্তীয় অৱস্থা ঃ

চলিত বিত্তীয় বছৰত তিনিলাখ একাশী হাজাৰ এশ পোন্ধৰ টকা ত্ৰিশ পইচাৰ প্ৰস্তাৱিত ব্যয়েৰে তিনিলাখ তেসত্তৰ হাজাৰ তিনিশ ত্ৰিশ টকা উনত্ৰিশ পইচাৰ প্ৰত্যাশিত আয়ৰ সাত হাজাৰ সাত শ পঁচাশী টকা এক পইচাৰ এখন ঘাটি বাজেট গ্ৰহণ কৰিবলগীয়া হয়। সভাৰ প্ৰকাশন, লেখক-শিবিৰ, শতবাৰ্ষিকী, সম্প্ৰীতিমূলক ভ্ৰমণ, ভাষাজ্ঞান প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন, ৰাধাকান্ত সন্দিকৈ ভৱন নিৰ্মাণ



আদিৰবাবে ১২।৫।৭৬ তাৰিখে পাঁচ লাখ সাতাইশ হাজাৰ পাঁচশ টকাৰ এখন বিস্তৃত আঁচনি ৰাজ্য চৰকাৰৰ ওচৰত দাখিল কৰা হয়। ইয়াৰ পিছত ৰাধাকান্ত সন্দিকৈ ভৱন নিৰ্মাণৰ বাবেও উনৈশ লাখ টকাৰ এখন বিস্তৃত আঁচনি কেন্দ্ৰীয় চৰকাৰৰ ওচৰত প্ৰেৰণ কৰা হয়। প্ৰসিদ্ধ কথা-সাহিত্যিক শৰৎচন্দ্ৰ চট্টোপাধ্যায়ৰ সমগ্ৰ ৰচনাৰাজি অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰাৰ কাৰণে ২০।১২।৭৬ তাৰিখে একলাখ পঞ্চাছ হেজাৰ টকাৰ এখন আঁচনি ৰাজ্য চৰকাৰৰ ওচৰত দাখিল কৰা হৈছে। কেন্দ্ৰীয় পুথিভঁড়ালটিৰ সাহায্যাৰ্থে ১৭।৬।৭৬ তাৰিখে ৰাজ্যিক লটাৰী পুঁজিৰপৰা দহ হাজাৰ টকা আৰু জনজাতীয় জীৱনভিত্তিক গ্ৰন্থ প্ৰকাশৰবাবে ৫।৭।৬৬ তাৰিখে ৰাজ্য চৰকাৰৰ সমাজ কল্যাণ দপ্তৰৰ ওচৰত চাৰিশ হাজাৰ টকাৰ অনুদানৰ কাৰণে আবেদন কৰা হৈছে আৰু এই আবেদন ফলপ্ৰসূ হ'ব বুলি আশা কৰা হৈছে। ইতিমধ্যে বছৰেকীয়া চৰকাৰী মঞ্জুৰী সাংস্কৃতিক সম্প্ৰীতিমূলক ভ্ৰমণৰবাবে পিছত ১৫ হাজাৰ টকাৰ মঞ্জুৰী পোৱা হৈছে। তদুপৰি আমাৰ আঁচনিৰ মৰ্মে আৰু কেইহাজাৰমান টকাৰ মঞ্জুৰী এই বিত্তীয় বছৰত আশা কৰা হৈছে; কিন্তু ব্যয়লৈ চাই সভাৰ আৰ্থিক অৱস্থা টনকিয়াল বুলি ক'ব নোৱাৰি। শাখা সভাৰ সংখ্যা বৃদ্ধি পালেও ভালেমান পুৰণি শাখা সভাৰ নিষ্ক্ৰিয়তাৰ ফলত সভাই আশানুৰূপ সঁহাৰি পোৱা নাই। এই বিষয়ত শাখা সভাসমূহৰ মনোযোগ আকৰ্ষণ কৰিলোঁ।

## ২৩। অভ্যৰ্থনা সমিতিৰ হিচাপ-পত্ৰ ঃ

অসম সাহিত্য সভাৰ নিয়মাৱলী ( উপবিধি নং ১৪ ) অনুসৰি অভ্যৰ্থনা সমিতিয়ে সন্মিলন হৈ যোৱাৰ তিনিমাহৰ ভিতৰতে আয়-ব্যয়ৰ সম্পূৰ্ণ হিচাপ পৰীক্ষা কৰি মূল সভালৈ পঠিয়াব লাগে। তদুপৰি পৰম্পৰা অনুসৰি অভ্যৰ্থনা সমিতিয়ে ৰাহি পুঁজিৰপৰা সেই সন্মিলনৰ বাৰ্ষিকী ছপোৱাৰ খৰচ বহন কৰিব লাগে; কিন্তু আমি দুখেৰে জনাবলগীয়া

হৈছে যে অদ্যপৰিমিত ডিব্রুগড়, মাকুম, ৰঙিয়া, মঙলদৈ, তিতাবৰ আৰু টিহুৰ অভ্যৰ্থনা সমিতিয়ে তেওঁলোকৰ সম্পূৰ্ণ হিচাপ দাখিল কৰা নাই। উপৰ্যুপৰি যোগাযোগ কৰাৰ পিছতো অভ্যৰ্থনা সমিতিসমূহ নীৰৱ। অভ্যৰ্থনা সমিতিসমূহে এইদৰে হিচাপ দিয়াত অৱহেলা কৰিলে আৰু বাৰ্ষিকী ছপা ব্যয় পৰিশোধ নকৰিলে সভাৰ গাত ঋণৰ বোজা আৰু দুৰ্ণামৰ চেকা পৰাৰ সম্ভাৱনা। আশাকৰোঁ সংশ্লিষ্ট অভ্যৰ্থনা সমিতিসমূহে এই বিষয়টোক গুৰুত্ব আৰোপ কৰি শীঘ্ৰেই তাৰ প্ৰতিকাৰ কৰিব।

### ২৪। আধৰুৱা কাম :

যোৱা বছৰটোত লোৱা আঁচনিৰ বহুতো কাম আমি সম্পূৰ্ণ কৰিব নোৱাৰিলোঁ। বহুতো আৰম্ভ কৰা কাম বাকী থাকিল। তাৰ ভিতৰত যোৱা ২৬ জানুৱাৰী তাৰিখে আৰম্ভ কৰা ৰাধাকান্ত সন্দিকৈ ভৱন নিৰ্মাণৰ কাম তেনেই বৈ থাকিল। কামৰ ভিতৰত এখনি পৰিকল্পিত আঁচনিহে তৈয়াৰ হ'ল। ঠাইৰ নাটনি হোৱা কাৰণে চন্দ্ৰকান্ত সন্দিকৈ ভৱন আৰু ভগৱতী প্ৰসাদ বৰুৱা ভৱনৰ সম্প্ৰসাৰণৰো প্ৰয়োজন হৈছে। আঁচনি অনুসৰি ভালেমান গ্ৰন্থও প্ৰকাশ কৰিব পৰা নগ'ল। হীৰক জয়ন্তী কামবো আৰম্ভণহে হ'ল। এই বছৰটোত আমি সভাৰ সংগঠন, সম্প্ৰসাৰণ আৰু প্ৰকাশনতেই গুৰুত্ব দিছিলোঁ যদিও আঁচনিৰ সকলো কাম সম্পূৰ্ণ কৰিব নোৱাৰাৰ কাৰণ — আঁচনি অনুপাতে সময় অলপীয়া হ'ল, তদুপৰি আমাৰ অক্ষমতা আৰু শাৰীৰিক অসুস্থতাও বহু পৰিমাণে দায়ী। অৱশ্যে এই কথা কব পাৰোঁ যে—জীৱিকাৰ দায়িত্ব পালন আৰু জীৱনৰ বিভিন্ন সীমাবদ্ধতাৰ মাজত যিখিনি সময় পাইছোঁ সেইখিনি সভাৰ কামতেই ব্যয় কৰি আহিছোঁ।

এইখিনিতে উল্লেখ কৰাটো অপ্ৰাসংগিক নহয় যে—সময়ৰ লগে লগে সভাৰ কামো বাঢ়ি আহিছে। তাতে সভাৰ প্ৰধান



কৰ্মকৰ্তাসকলৰ জীৱিকাৰ বৃত্তি বেলেগ হোৱাত অস্থায়ী আৰু অবৈতনিকভাৱে সভাৰ কাম নিয়াৰিকৈ সম্পাদন কৰাটো বহু সময়ত কঠিন হৈ পৰে। সেইকাৰণে সভাৰ কাম নিয়াৰিকৈ পৰিচালনা কৰিবলৈ এজন সুযোগ্য বেতনভোগী স্থায়ী কৰ্মচাৰী নিযুক্তি দিয়াৰ প্ৰয়োজন হৈছে।

### ২৫। কৃতজ্ঞতা জ্ঞাপন :

যোৱা টিহু সম্মিলনত আপোনালোকে এই অভাজনৰ ওপৰত যি গুৰুভাৰ অৰ্পণ কৰিছিল সেই ভাৰ বহন কৰাটো আমাৰ পক্ষে সম্ভৱ হৈছে—কাৰ্যনিৰ্বাহক সমিতিৰ সকলো সদস্যৰ অকুণ্ঠ সহায় আৰু সহযোগিতাৰ উপৰিও বিভিন্ন ক্ষেত্ৰত বিভিন্নজনৰপৰা সময়ে সময়ে পোৱা দিহা-পৰামৰ্শ আৰু সহায়-সাৰথিৰ কাৰণেহে। এই ক্ষেত্ৰত পোন প্ৰথমেই মনলৈ আহে সভাপতি শ্ৰদ্ধেয় শ্ৰীযজ্ঞেশ্বৰ শৰ্মাদেৱৰ দিহা-পৰামৰ্শৰ কথা। আমাৰ পূৰ্বৱৰ্তী প্ৰধান সম্পাদক অধ্যাপক শ্ৰীনগেন শইকীয়ায়ো আমাক সততে দিহা-পৰামৰ্শ আৰু সহায়-সহযোগিতা আগবঢ়াই আহিছে। তদুপৰি মোৰ সোঁ-বাহু-স্বৰূপে সততে কাম কৰি আহিছে কেন্দ্ৰীয় কাৰ্যালয়ৰ সহকাৰী সম্পাদক শ্ৰীবসন্তকুমাৰ গোস্বামীয়ে। গুৱাহাটী কাৰ্যালয়ত মোৰ সততে লগত থাকি কামত সহায় কৰি দিছে শ্ৰীৰামচৰণ ঠাকুৰীয়াই। ইয়াৰ উপৰিও উপ-সভাপতি শ্ৰীহিতেশ ডেকা, পত্ৰিকা সম্পাদক শ্ৰীযতীন গোস্বামী, কোষাধ্যক্ষ শ্ৰীদুৰ্গেশ্বৰ শৰ্মা, শ্ৰীঅতুলচন্দ্ৰ বৰুৱা, শ্ৰীকনকচন্দ্ৰ ডেকা, শ্ৰীপ্ৰকাশ গোস্বামীৰ সহায়-সাৰথি যেতিয়াই বিচাৰিছোঁ তেতিয়াই লাভ কৰিছোঁ। অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, অধ্যক্ষ শ্ৰীগিৰিধৰ শৰ্মা, ডক্টৰ মহেশ্বৰ নেওগ আৰু ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাদেৱৰপৰাও সময়ে সময়ে দিহা-পৰামৰ্শ পাই আহিছোঁ। এই সকলোলৈকে আৰু আমি নাম উল্লেখ নকৰা সকলো সহযোগীলৈকে আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

সভাৰ দুয়োটা কাৰ্যালয়ৰ কৰ্মীসকলে সভাৰ স্বাৰ্থতেই অক্লান্তভাৱে আৰু বিনাপাৰিশ্ৰমিকে ওপৰঞ্চি সময়তো কাম কৰি আহিছে। সিসকলৰো শলাগ ললোঁ।

প্ৰধান সম্পাদকৰূপে কাম কৰোঁতে আমাৰ নানা ক্ৰুটী-বিচ্যুতি হ'ব পাৰে, তদুপৰি জ্ঞাতে-অজ্ঞাতে অনেকক কোনো সময়ত মনোকষ্ট দিব পাৰোঁ। এই সকলো সম্ভাব্য দোষ-ক্ৰুটীৰ কাৰণে সকলোকে কৰযোৰে ক্ষমা প্ৰাৰ্থনা কৰিলোঁ।

আজি অসম সাহিত্য সভাই তিনিকুৰি বছৰত ভৰি দিলে। এই কালছোৱাত সভাৰ মূৰৰ ওপৰেদি নানা ধুমুহা-ঢেৰেকনি পাৰ হৈ গলেও সভাই সাহসী বয়সীয়াল লোকৰ দৰেই দৃঢ় পদক্ষেপেৰে আগবাঢ়ি গৈ আছে আৰু গৈ থাকিব। জয়তু অসম সাহিত্য সভা, জয়তু ভাষা জননী।

৫ ফেব্ৰুৱাৰী, ১৯৭৭
শিৱিৰ ঃ সাহিত্য নগৰ
চতুশ্চত্বাৰিংশ সন্মিলন,
অভয়াপুৰী।

হেমন্তকুমাৰ শৰ্মা
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা।

গৃহীত ঃ
স্বাঃ শ্ৰীযজ্ঞেশ্বৰ শৰ্মা,
সভাপতি, ৫।২।৭৭
মুকলি অধিৱেশনত গৃহীত হ'ল—
স্বাঃ চৈয়দ আব্দুল মালিক,
সভাপতি, ৫।২।৭৭

## কাৰ্য-বিৱৰণী ঃ বিষয়-বাছনী সভা

চতুশ্চত্বাৰিংশ সন্মিলন ঃ অভয়াপুৰী

অসম সাহিত্য সভাৰ চতুশ্চত্বাৰিংশ সন্মিলনৰ লগত ১৯৭৭ খ্ৰীষ্টাব্দৰ ৪ ফেব্ৰুৱাৰী তাৰিখে দিনৰ ১-৩০ বজাৰপৰা অভয়াপুৰী মহাবিদ্যালয়ত সভাৰ শাখাসমূহৰপৰা অহা ৬৭১ জন প্ৰতিনিধিৰ সমাৱেশত বিষয়-বাছনী সভা অনুষ্ঠিত হয়।

(১) অভয়াপুৰীৰ অভ্যৰ্থনা সমিতিৰ তৰফৰপৰা পৰিৱেশন কৰা সমবেত সংগীতেৰে সভাৰ কাম আৰম্ভ কৰা হয়।

(২) প্ৰধান সম্পাদক ডক্টৰ হেমন্তকুমাৰ শৰ্মাই সভাৰ নিয়মাৱলীৰ ৫২ বিধি অনুযায়ী বিদায়ী সভাপতি শ্ৰীযজ্ঞেশ্বৰ শৰ্মাক বিষয়-বাছনী সভা পৰিচালনা কৰিবলৈ আহ্বান কৰে। অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীউত্তমচন্দ্ৰ ব্ৰহ্মই সভাপতিৰ পৰিধাকন কৰে।

(৩) সভাপতি শ্ৰীশৰ্মাই সভাপতিৰ আসন গ্ৰহণ কৰে আৰু তলত দিয়া শোক প্ৰস্তাৱটি দাঙি ধৰে আৰু সমবেত সকলোটিয়ে থিয় হৈ দুই মিনিট প্ৰাৰ্থনা কৰে।

অসম সাহিত্য সভাৰ চতুশ্চত্বাৰিংশ সন্মিলনে তলত নাম দিয়া লোক-সকলৰ পৰলোকত গভীৰ শোক প্ৰকাশ কৰে আৰু আত্মাৰ চিৰশান্তি কামনা কৰি ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায় আৰু শোকসন্তপ্ত পৰিয়ালবৰ্গলৈ সমবেদনা জ্ঞাপন কৰে।

মঙলদৈৰ প্ৰবীণ উকীল পূৰ্ণানন্দ বাজখোৱা, দিচাংমুখৰ স্বৰ্ণবালা দেৱী, বিহপুৰীয়াৰ সাংবাদিক চন্দ্ৰকুমাৰ বৰুৱা, গড়মূৰ সত্ৰৰ ধন-

ভঁড়ালী পূৰ্ণকান্ত ধনভঁড়ালী, বৰপেটাৰ হাতীদাঁতৰ শিল্পী জগন্নাথ দাস, ডিফুৰ ৰমণীকান্ত বৰা, শিৱসাগৰৰ •ৰাধিকাপ্ৰসাদ কাকতি, তেজপুৰৰ তেজন দত্ত, তুনীৰ দেহিৰাম ডেকা আৰু চণ্ডীদাস শৰ্মা, নগাঁৱৰ তিলমিজুৰ ৰহমান, জালাহৰ হংসনাথ দাস, কৰৰাৰ বন্তিৰাম দাস, উত্তৰ গুৱাহাটীৰ সংস্কৃত পণ্ডিত চক্ৰেশ্বৰ দেৱশৰ্মা, মধ্য প্ৰদেশৰ প্ৰাক্তন ৰাজ্যপাল কে, চি, ৰেড্ডি, সৰবৰহী ডেকা দীনেশচন্দ্ৰ ডেকা, চৰকাৰী বিষয়া এম, এইচ, ৰহমান, জালাহৰ নাট্যশিল্পী বাণীকান্ত শৰ্মা, গুৱাহাটীৰ নবীন চৌধুৰী, গুৱাহাটী উচ্চ ন্যায়ালয়ৰ পঞ্জীয়ক দুৰ্গানাথ হাজৰিকা আৰু বয়ন বিভাগৰ বিশেষ বিষয়া চন্দ্ৰনাথ বৰুৱা, গুৱাহাটীৰ প্ৰবীণ সাহিত্যসেৱী আৰু লেখক প্ৰফুল্লচন্দ্ৰ বৰুৱা, হাৰি-য়ানাৰ ৰাজ্যপাল বি, এন, চক্ৰৱৰ্তী, মাজুলীৰ সনাতন পেগু, বৰহাপজানৰ আজীৱন সভ্য নুৰুল হুচেইন, বিধায়িনী আয়োগৰ সদস্য আৰু অসমৰ প্ৰাক্তন মন্ত্ৰী যোগেন্দ্ৰনাথ শইকীয়া, তেজপুৰৰ শিক্ষাবিদ অধিবক্তা আৰু খ্যাতনামা অভিনেতা অন্নদাকুমাৰ পদ্মপতি, নিতাইপুখুৰীৰ সংবাদসেৱী ৰাজেন্দ্ৰনাথ বৰুৱা, শিৱসাগৰৰ বিশিষ্ট ধৰ্মপ্ৰাণ মহিলা বেদৱতী ৰাজখোৱা, যোৰহাটৰ প্ৰবীণ নাগৰিক কমলেশ্বৰ শৰ্মা, অধিবক্তা খাঁন বাহাদুৰ, উদীয়মান চলচিত্ৰৰ সম্পাদক অনিল দত্ত, বিশিষ্ট সংস্কৃত পণ্ডিত দেবেন্দ্ৰনাথ বেদান্ত সাংখ্যতীৰ্থ, গুৱাহাটীৰ সৰবৰহী সমাজকৰ্মী গুৰুপ্ৰসাদ বৰুৱা আৰু প্ৰবীণ অধিবক্তা শিল্পী. শশীকান্ত গোস্বামী, ভৈয়ামৰ প্ৰাক্তন আয়ুক্ত শৰৎচন্দ্ৰ কাকতি, ডিব্ৰুগড়ৰ অৱসৰপ্ৰাপ্ত ন্যায়াধীশ বিদ্যাধৰ শৰ্মা, জাগাৰা সত্ৰৰ সংস্কৃত পণ্ডিত নৰনাৰায়ণ গোস্বামী, বৰপেটাৰ সাহিত্যসেৱী, অধিবক্তা সোনাপতি দেৱশৰ্মা, চলচিত্ৰৰ শিল্পী ৰোহিণীকান্ত দাস, সোণাপুৰৰ বিশিষ্ট সমাজকৰ্মী স্বাধীনতা আন্দোলনৰ যুঁজাৰু কৃষ্ণ গোস্বামী, অভয়াপুৰীৰ বিশিষ্ট সমাজকৰ্মী অমৃতকুমাৰ অধিকাৰী, ডিব্ৰুগড়ৰ সাংবাদিক আৰু গীতিকাৰ নবীন বৰদলৈ, দেৱীচৰণ বৰুৱা কলেজৰ অধ্যাপিকা আৰু গীতিকবি বাণী পাঠক, জিগ্দিনদীৰ দুৰ্ঘটনাত পৰি মৃত্যু হোৱাসকল, অসমৰ ৰাজহ মন্ত্ৰী বিশিষ্ট সমাজকৰ্মী আৰু মুক্তি যুঁজাৰু পৰমানন্দ



গগৈ, আন্তৰ্জাতিক খ্যাতিসম্পন্ন পণ্ডিত ড° যোগীৰাজ বসু, ভাৰতৰ প্ৰখ্যাত শিক্ষাবিদ ড° ৰামস্বামী মুদালিয়াৰ, বাৰাণসীৰ প্ৰসিদ্ধ দাৰ্শনিক আৰু সংস্কৃত পণ্ডিত মহামহোপাধ্যায় গোপীনাথ কবিৰাজ, অসম পশু চিকিৎসা বিভাগৰ প্ৰাক্তন সঞ্চালক ডক্টৰ ৰবীন্দ্ৰনাথ হাজৰিকা, গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলেজসমূহৰ পৰিদৰ্শক শিক্ষাবিদ আব্দুল জেলিল, দেৰগাঁও কলেজৰ অধ্যক্ষ হৰকান্ত মহন্ত, বৰপেটাৰ প্ৰবীণ শিক্ষক মহেন্দ্ৰনাথ চৌধুৰী, কলিয়াবৰ শাখা সাহিত্য সভাৰ প্ৰতিষ্ঠাতা যোগধৰ বৰা, শ্বিলং মুকুল সংঘৰ সম্পাদক দেৱীচৰণ দাস, শ্বিলঙৰ বিশিষ্ট নাগৰিক লক্ষেশ্বৰ বৰা, উত্তৰ লক্ষীমপুৰৰ সমাজকৰ্মী ললিতচন্দ্ৰ বৰা, ভাৰত ছোভিয়েট ইউনিট্ চেণ্টাৰৰ সাধাৰণ সম্পাদক শিৱদাস ঘোষ, বিদ্ৰোহী কবি কাজী নজৰুল ইচলাম, চীনৰ চেয়াৰমেন মাও, চে, টুং, ভাৰতৰ শীৰ্ষস্থানীয় নেপথ্য গায়ক মুকেশ, নগাঁৱৰ সংগীতজ্ঞ সুশীল বেনাৰ্জী, বৰপেটাৰ খ্যাতনামা অভিনেতা বিষ্ণুপ্ৰসাদ দাস, সোণাৰিৰ জনপ্ৰিয় সমাজকৰ্মী আৰু গায়ক গংগা বৰঠাকুৰ, অৱসৰপ্ৰাপ্ত ৰিফৰ্মচ কমিচনাৰ ৰবীন্দ্ৰ খাউণ্ড, যোৰহাটৰ বিশিষ্ট চাহখেতিয়ক আৰু শিক্ষানুৰাগী উমাচৰণ বৰুৱা, গুৱাহাটীৰ আইনজীৱী কৃষ্ণচন্দ্ৰ গোস্বামী, বিশিষ্ট বঙালী সাহিত্যিক শংকৰ চেটাৰ্জী, মানকাছাৰৰ অৱসৰপ্ৰাপ্ত চিভিল চাৰ্জন গোলাম হুচেইন, তিতাবৰৰ সৰবৰহীলোক মহেন্দ্ৰ শইকীয়া, গুৱাহাটীৰ ধৰ্মপ্ৰাণ মহিলা নীৰদাবালা চৌধুৰী, কোকৰাঝাৰৰ বিশিষ্ট সমাজকৰ্মী ৰবীন বসুমতাৰী, গুৱাহাটীৰ বিশিষ্ট দন্ত চিকিৎসক কুমুদচন্দ্ৰ চৌধুৰী, ডিব্ৰুগড়ৰ প্ৰবীণ অধিবক্তা বিনন্দচন্দ্ৰ মেধি, যোৰহাটৰ বিশিষ্ট নাগৰিক গোলোকচন্দ্ৰ খাউণ্ড, নাজিৰাৰ নাট্যকাৰ হৰেশ্বৰ ভট্টাচাৰ্য, নলবাৰীৰ প্ৰখ্যাত খেলুৱৈ খলিলুৰ ৰহমান, যোৰহাটৰ জয়চন্দ্ৰ বৰুৱা, দেৰগাঁৱৰ ৰাধা ফুকন, পাঠশালাৰ তাৰিণীচৰণ পাটগিৰি, যোৰহাটৰ মাণিকচন্দ্ৰ হাজৰিকা, মহাৰাষ্ট্ৰৰ ৰাজ্যপাল জবৰ সিং, কেন্দ্ৰীয় প্ৰাক্তন ৰাজ্যমন্ত্ৰী আৰ, এম হাজৰ নবীচ, কেন্দ্ৰীয় প্ৰাক্তন ৰাজ্যমন্ত্ৰী অজিত প্ৰসাদ জৈন, তেজপুৰৰ বিশিষ্ট চিকিৎসক আৰু সংস্কৃতপ্ৰেমী ৰুদ্ৰ গোস্বামী,

নলবাৰী বৰখলা গাঁৱৰ বিশিষ্ট সংস্কৃত পণ্ডিত হেমকান্ত দেৱশৰ্মা, সৰ্থেবাৰী হাইস্কুলৰ কৃতী হেডমাষ্টৰ চন্দ্ৰনাথ শৰ্মা, তিনিচুকীয়াৰ সমাজকৰ্মী পূৰ্ণচন্দ্ৰ গোহাঞি, উত্তৰ গুৱাহাটীৰ সৰবৰহী লোক নীলকান্ত বৰুৱা, নগাঁৱৰ শিক্ষাব্ৰতী আৰু সাহিত্যপ্ৰেমী নাৰায়ণচন্দ্ৰ মহন্ত, গুৱাহাটীৰ বিশিষ্ট শিক্ষাবিদ আৰু সমাজকৰ্মী গোলোকচন্দ্ৰ চৌধুৰী, গোলোকগঞ্জৰ বিশিষ্ট নেতা আৰু শিক্ষাবিদ ভুৱনচন্দ্ৰ প্ৰধানী, গুৱাহাটীৰ বিশিষ্ট লেখক ভীমশেখৰ বৰুৱা, কঁঠালগুৰিৰ স্বাধীনতা যুঁজাৰু বেণুৰাম দত্ত, অসম ৰাজ্যিক সংগ্ৰহালয়ৰ কৰ্মচাৰী আৰু সাহিত্য-সেৱী গিৰিশচন্দ্ৰ লহকৰ।

(৪) অভ্যৰ্থনা সমিতিৰ সভাপতি উত্তমচন্দ্ৰ ব্ৰহ্মাই সভাৰ প্ৰতিনিধি-সকলক স্বাগত সম্ভাষণ জ্ঞাপন কৰে।

(৫) প্ৰধান সম্পাদকে তলত দিয়া বিষয় সন্নিৱিষ্ট কৰি বিষয়-বাছনী সভাৰ কাৰ্যসূচী উথাপন কৰে।

(ক) সভাপতিৰ আসন গ্ৰহণ
(খ) সম্পাদকৰ সম্ভাষণ জ্ঞাপন
(গ) অভ্যৰ্থনা সমিতিৰ তৰফৰপৰা আদৰণী জ্ঞাপন
(ঘ) শোক প্ৰস্তাৱ
(ঙ) প্ৰধান সম্পাদকৰ প্ৰতিবেদন
(চ) বছৰেকীয়া আয়-ব্যয়ক উথাপন
(ছ) নিয়মাৱলী সংশোধনী প্ৰস্তাৱ
(জ) সাধাৰণ প্ৰস্তাৱ গ্ৰহণ
(ঝ) পৰৱৰ্তী বছৰৰ বাবে বিষয়ববীয়া নিৰ্বাচন
(ঞ) নিৰ্বাচনী বিষয়া মনোনয়ন
(ট) পৰৱৰ্তী বছৰৰবাবে অধিৱেশন আমন্ত্ৰণ
(ঠ) শলাগ জ্ঞাপন



(ড) সভাপতিৰ মন্তব্য
(ঢ) সভা ভংগ

(৬) প্ৰধান সম্পাদকে- (১) উপক্ৰমণিকা, (২) তৰ্পণ, (৩) প্ৰস্তাৱ প্ৰসংগ, (৪) আঁচনি আৰু কাম, (৫) প্ৰকাশন আৰু পুনৰ্মুদ্ৰণ, (৬) অসম সাহিত্য সভাৰ পত্ৰিকা, (৭) চতুৰ্থ লেখক-শিবিৰ, (৮) সাহিত্য সভা সপ্তাহ, (৯) জন্ম-শতবাৰ্ষিকী উছৱ, (১০) ৰাধাকান্ত সন্দিকৈ ভৱন, (১১) হীৰক জয়ন্তী, (১২) ভাষাজ্ঞান পৰীক্ষা, (১৩) সাহিত্য সভাৰ বঁটা, (১৪) অভিনন্দন (১৫) সাহিত্যিক পেন্সন, (১৬) সভালৈ দান, (১৭) সভাৰ পুথিভঁড়াল, (১৮) সভাৰ সাহায্য দান, (১৯) শুভেচ্ছামূলক ভ্ৰমণ আৰু প্ৰীতিমেল, (২০) সভাৰ সংগঠন, (২১) শাখা সভাৰ বাতৰি, (২২) সভাৰ আৰ্থিক অৱস্থা, (২৩) অভ্যৰ্থনা সমিতিৰ হিচাপ পত্ৰ (২৪) আধৰুৱা কাম, (২৫) কৃতজ্ঞতা জ্ঞাপন, এইকেইটি ছেদত বিভক্ত কৰি চলিত বছৰৰ কামৰ খতিয়ান দাঙি ধৰে।

বিষয়-বাছনী সভাই সম্পাদকীয় প্ৰতিবেদন গ্ৰহণ কৰে।

(৭) প্ৰধান সম্পাদকে ১৯৭৫-৭৬ বিত্তীয় বছৰৰ পৰীক্ষিত হিচাপ (আয়-২, ৩২, ৪৪৭; ২৯ টকা, ব্যয়-২, ২৭,৬৯'২৯ টকা বাহি ৪,৭৫৭'০০ টকা) দাখিল কৰে।

(৮) সভাপতিয়ে ৰাতি ৮-৩০ বজালৈ বিষয়-বাছনী সভা স্থগিত ৰখাৰ কথা ঘোষণা কৰে।

(৯) ৰাতি ৮-৩০ বজাত পুনৰ বিষয়-বাছনী সভা আৰম্ভ হয়।

(১০) প্ৰধান সম্পাদকে শাখাসমূহৰপৰা অহা ২৫ টি নিয়মাৱলী সংশোধনী প্ৰস্তাৱ উথাপন কৰে। সভাই বিশদ আলোচনাৰ অন্তত

তলত দিয়া সংশোধনীসমূহ গ্ৰহণ কৰে ঃ-

ক) তৃতীয় ছেদ ঃ গঠন ৫ (খ) ... ... ভিতৰ বা বাহিৰত শাখা সভা গঠনৰ অনুমতি দিব পাৰিব ।

চতুৰ্থ ছেদ ঃ সভা ঃ ১৪ ...... প্ৰকাশন কাৰ্যনিৰ্বাহক সমিতিয়ে বাদ্ধি দিয়া বেহাই মূল্যত পাব ।

পঞ্চম ছেদ ঃ ১৪। (১০) সংযোজিত হ'ব ...... বিদায়ী প্ৰধান সম্পাদকে বিদায় গ্ৰহণ কৰা বছৰটোত সমিতিৰ পদেন সদস্য হৈ থাকিব ; কিন্তু সমিতিত তেওঁৰ ভোট নাথাকিব ।

দশম ছেদ ঃ বিষয়ববীয়া- প্ৰধান সম্পাদক ঃ নতুনকৈ সংযোগ হ'ব- (ঢ) প্ৰধান সম্পাদক যদি গুৱাহাটীৰপৰা নিৰ্বাচিত হয় , তেওঁ ভগৱতী প্ৰসাদ বৰুৱা ভৱন অৱৰক্ষণ সমিতিৰো সম্পাদক হ'ব । পত্ৰিকা সম্পাদক (য) ...... কাৰ্যনিৰ্বাহক সমিতিৰ বা সমিতিয়ে গঠন কৰি দিয়া পত্ৰিকা সম্পাদনা সমিতিৰ ... ...

একাদশ ছেদ ঃ আদৰণি সমিতি ঃ ৪৮ " অক্তোবৰৰপৰা " উঠি যাব ।

সংযোগ হ'ব ... ... সভাপতিৰ পিছতে - উদ্বোধক, মুখ্য অতিথি বিশিষ্ট বক্তা, ৫০ (খ) আদৰণি সমিতিয়ে- পিছত সংযোজিত হ'ব- কাৰ্যনিৰ্বাহক সমিতিৰ পৰামৰ্শ অনুযায়ী ... ... ।

৫১ (ক) সংযোগ হ'ব- প্ৰয়োজন হ'লে কাৰ্যক্ৰমণিকা সালসলনিৰ অধিকাৰ কাৰ্যনিৰ্বাহক সমিতিৰ থাকিব ।

(খ) সংযোগ হ'ব—বিশিষ্ট সাহিত্যিককহে মুখ্য অতিথি হিচাপে নিমন্ত্ৰণ কৰিবলৈ কাৰ্যনিৰ্বাহক সমিতিয়ে আদৰণি সমিতিক পৰামৰ্শ দিব পাৰিব ।

ত্ৰয়োদশ ছেদ ঃ আয়-ব্যয়- 'অলপ সময়ৰ আগতে' ঠাইত 'সময়ত হ'ব ।



উপবিধি (ক) ৭ 'বহাগ মাহৰ' ঠাইত 'এপ্ৰিল মাহৰ' হ'ব ।
৮ 'দহ টকাতকৈ 'ঠাইত 'পঞ্চাশ টকাতকৈ' হ'ব ।

১১। অসম সাহিত্য সভাৰ শাখা সভা সমূহৰপৰা অহা প্ৰস্তাৱসমূহ বিবেচনা কৰি চাই কাৰ্যনিৰ্বাহক সমিতিয়ে এটি প্ৰস্তাৱ উত্থাপন কৰিবৰ বাবে অনুমোদন জনাইছিল, তদনুসাৰে প্ৰধান সম্পাদকে উত্থাপন কৰে। প্ৰস্তাৱটি সম্পৰ্কে আলোচনা কৰি তলৰ ৰূপত গ্ৰহণ কৰে ।

প্ৰস্তাৱ ঃ "অসম সাহিত্য সভাই লক্ষ্য কৰিছে যে ইতিমধ্যে অসমত গঢ়ি উঠা বিভিন্ন তেল নগৰী, উদ্যোগ নগৰী বা অন্যান্য ব্যৱসায়-বাণিজ্য কেন্দ্ৰলৈ অসমৰ বাহিৰৰপৰা অনেক লোক আহি নিগাজীকৈ বসবাস কৰিছে। অসমে এই সকলো লোকক উদাৰভাৱে নিজৰ কোলাত ঠাই দি আহিছে। অসম সাহিত্য সভাৰ চতুশ্চত্বাৰিংশ সন্মিলনে আশা প্ৰকাশ কৰে যে এই সকলো লোকেই অসমৰ থলুৱা লোকৰ লগত আৰু অসমৰ সুখ-দুখৰ লগত একাত্মীয়তা স্থাপন কৰি অসমৰ সৰ্বাংগীণ উন্নয়নত বৰঙনি যোগাব ।"

১২। প্ৰধান সম্পাদকে জনায় যে-অভ্যৰ্থনা সমিতিসমূহৰ কেইবাখনিৰপৰাও অদ্যপৰিমিত আয়-ব্যয়ৰ হিচাপ পোৱা নাই। সভাই সংশ্লিষ্ট অভ্যৰ্থনা সমিতিৰ নিম্নলিখিত প্ৰতিনিধিসকলৰপৰা স্পষ্টীকৰণ বিচাৰে —

(১) ডিব্ৰুগড় অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সাধাৰণ সম্পাদকে জনাই যে চাৰ্টাৰ্ড্ একাউণ্টেণ্টৰপৰা পৰীক্ষিত হিচাপ পালেই জনোৱা হ'ব ।

(২) তিতাবৰ অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ তৰফৰপৰা শ্ৰীভোলা শৰ্মাই যিমান সোনকালে পাৰে পৰীক্ষিত হিচাপ দিবলৈ চেষ্টা কৰিব বুলি জনায় ।

(৩) মাকুম অধিৱেশনৰ প্ৰতিনিধি এজনে জনাই যে মাকুম অধি-

ৰেশনৰ হিচাপ সম্পৰ্কে মুখ্য মন্ত্ৰী আৰু লোক কমিটীৰ দৃষ্টি আকৰ্ষণ কৰাৰ কথা বিবেচনা কৰা হৈছে।

(৪) অডিট সম্পূৰ্ণ নোহোৱা কাৰণে টিহু অধিৱেশনৰ হিচাপ দিব পৰা নাই বুলি প্ৰতিনিধি এগৰাকীয়ে জানিবলৈ দিয়ে। উক্ত অভ্যৰ্থনা সমিতিৰপৰা তিনিমাহৰ ভিতৰত হিচাপ নেপালে প্ৰধান সম্পাদকে আইনসংগত ব্যৱস্থা ল'ব পাৰিব।

১৩। সভাপতিয়ে ঘোষণা কৰে যে সভাৰ নিয়মাৱলী অনুসৰি অহা বছৰৰ কাৰ্যনিৰ্বাহক সমিতিৰ বিষয়ববীয়া নিৰ্বাচন কৰিব লাগে। উপসভাপতি, প্ৰধান সম্পাদক, সহকাৰী সম্পাদক, (যোৰহাট), সহকাৰী সম্পাদক (গুৱাহাটী), ধনভঁড়ালী, পত্ৰিকা সম্পাদক, ভাষাজ্ঞান পৰীক্ষা সংসদৰ সচিব আৰু ৯ জন সদস্যৰ বাবে নাম প্ৰস্তাৱ কৰিব লাগে।

উল্লিখিত পদসমূহৰ বাবে তলত দিয়াৰ দৰে নাম প্ৰস্তাৱ হয়

| ক্ৰ নং | বিষয়-বাব | প্ৰাৰ্থীৰ নাম | শাখাৰ নাম | জিলা |
|---|---|---|---|---|
| ১ | উপ-সভাপতি | শ্ৰীহিতেশ ডেকা | জালুকবাৰী | কামৰূপ |
| ২ | ,, | শ্ৰীগোবিন্দচন্দ্ৰ পৈৰা | ডিমাপুৰ | নগাভূমি |
| ৩ | ,, | শ্ৰীউমেশচন্দ্ৰ ভাগৱতী | গোৱালপাৰা | গোৱালপাৰা |
| ১ | প্ৰধান সম্পাদক | আব্দুছ ছাত্তাৰ | যোৰহাট | শিৱসাগৰ |
| ২ | ,, | শ্ৰীযতীন গোস্বামী | গুৱাহাটী | কামৰূপ |
| ১ | ধন-ভঁড়ালী | শ্ৰীঅৰুণ গোস্বামী | যোৰহাট | শিৱসাগৰ |
| ২ | ,, | শ্ৰীদুৰ্গেশ্বৰ শৰ্মা | উঃ গুৱাহাটী | কামৰূপ |
| ১ | সহকাৰী সম্পাদক (যোৰহাট) | শ্ৰীবসন্তকুমাৰ গোস্বামী (অপ্ৰতিদ্বন্দ্বিত) | যোৰহাট | শিৱসাগৰ |
| ২ | ,, (গুৱাহাটী) | শ্ৰীঅনিলকুমাৰ | মালিগাওঁ | কামৰূপ |



| ক্ৰ নং | বিষয়-বাব | প্ৰাৰ্থীৰ নাম | শাখাৰ নাম | জিলা |
|---|---|---|---|---|
| ৩ | সহকাৰী সম্পাদক (গুৱাহাটী) | শ্ৰীবীৰেন কলিতা | মাজিৰ গাঁও | কামৰূপ |
| ৪ | ,, | শ্ৰীভাৰতচন্দ্ৰ গোস্বামী | গুৱাহাটী | কামৰূপ |
| ৫ | ,, | শ্ৰীকনকচন্দ্ৰ ডেকা | জোনাকী সাহিত্য সমাজ | কামৰূপ |
| ৬ | ,, | শ্ৰীৰমেশচন্দ্ৰ কলিতা | প্ৰাগজ্যোতিষ | কামৰূপ |
| ৭ | ,, | ডঃ নিশিপদ চৌধুৰী | পাঠশালা | কামৰূপ |
| ১ | পত্ৰিকা সম্পাদক | শ্ৰীভগৱান মড়ল | প্ৰাগজ্যোতিষ | কামৰূপ |
| ২ | ,, | শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞা | নগাঁও | নগাঁও |
| ৩ | ,, | শ্ৰীসুৰেন বৰদলৈ | যোৰহাট | শিৱসাগৰ |
| ৪ | ,, | শ্ৰীহেম বৰা | গোলাঘাট | শিৱসাগৰ |
| ৫ | ,, | শ্ৰীঘনকান্ত চেতিয়া ফুকন | ৰাজগড় সাহিত্য চ'ৰা | কামৰূপ |
| ৬ | | শ্ৰীপ্ৰফুল্লচন্দ্ৰ ভট্টাচাৰ্য | ডিব্ৰুগড় সাহিত্য সভা | ডিব্ৰুগড় |
| ১ | ভাষাজ্ঞান পৰীক্ষা সংসদৰ সচিব | শ্ৰীপ্ৰকাশ গোস্বামী ( অপ্ৰতিদ্বন্দ্বিত ) | যোৰহাট | শিৱসাগৰ |
| ১ | কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য | শ্ৰীহাবিৰাম কলিতা | জ্ঞানমালিনী | ডিব্ৰুগড় |
| ২ | ,, | ডঃ সত্যেন্দ্ৰনাৰায়ণ গোস্বামী | ডিব্ৰুগড় | ,, |
| ৩ | ,, | শ্ৰীজগতচন্দ্ৰ নেওগ | ,, | ,, |
| ৪ | ,, | শ্ৰীযতীন্দ্ৰনাথ শৰ্মা | চামডাং | ,, |
| ৫ | ,, | শ্ৰীমেঘ গগৈ | নামৰূপ | ,, |
| ৬ | ,, | শ্ৰীৰাম গোস্বামী | বৰহাপজান | ,, |
| ৭ | ,, | শ্ৰীকমল বাইলুং | ধেমাজি | উত্তৰ লক্ষীমপুৰ |

| | | | | |
|---|---|---|---|---|
| ৮ | কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য | শ্ৰীবকুলচন্দ্ৰ বৰা | দেওতোলা উঃ | লক্ষীমপুৰ |
| ৯ | ” | শ্ৰীআনন্দ শৰ্মা | পূব ঘিলাধাৰী, | শিৱসাগৰ |
| ১০ | ” | শ্ৰীদেৱপ্ৰসাদ বৰুৱা | যোৰহাট | ” |
| ১১ | ” | শ্ৰীহেম বুঢ়াগোহাঞি | বকতা | ” |
| ১২ | ” | শ্ৰীজগত চেতিয়া | ৰংপুৰ | ” |
| ১৩ | ” | শ্ৰীকমলেশ্বৰ শইকীয়া | গোলাঘাট | ” |
| ১৪ | ” | শ্ৰীপ্ৰফুল্ল বৰদলৈ | যোৰহাট | ” |
| ১৫ | ” | শ্ৰীনাহেন্দ্ৰ পাহুন | ৰংপুৰ | ” |
| ১৬ | ” | শ্ৰীবসন্তলাল হুৰৱা | ” | ” |
| ১৭ | ” | শ্ৰীৰজনীকান্ত দত্ত | নিতাইপুখুৰী | ” |
| ১৮ | ” | শ্ৰীক্ষিতীশ ফুকন | যোৰহাট | ” |
| ১৯ | ” | শ্ৰীগণেশচন্দ্ৰ বৰা | জালুগুটি | নগাঁও |
| ২০ | ” | শ্ৰীবীৰেন্দ্ৰকুমাৰ নাথ | মৰিগাঁও | ” |
| ২১ | ” | শ্ৰীধৰ্মসিংহ ডেকা | ৰহা | ” |
| ২২ | ” | শ্ৰীমোস্তাফা স্বহীতুল ইচ্‌লাম | মৈৰাবাৰী | ” |
| ২৩ | ” | শ্ৰীপদ্ম পাটৰ | চাপৰমুখ | ” |
| ২৪ | ” | শ্ৰীআব্দুল ওৱাহেদ | নগাঁও | ” |
| ২৫ | ” | শ্ৰীমতিদেৱ শাস্ত্ৰী | লামডিং | ” |
| ২৬ | ” | শ্ৰীলংকাম টেৰণ | ডিফু | কাৰ্বি আংলং |
| ২৭ | ” | শ্ৰীবিনন্দ বৰুৱা | কলাইগাঁও | দৰং |
| ২৮ | ” | শ্ৰীকৰুণাময় গোস্বামী | টংলা | ” |
| ২৯ | ” | শ্ৰীকুশচন্দ্ৰ শৰ্মা | তেজপুৰ | ” |
| ৩০ | ” | শ্ৰীচন্দ্ৰ গোস্বামী | ” | ” |
| ৩১ | ” | শ্ৰীগজেন্দ্ৰনাথ চহৰীয়া | মঙলদৈ | মঙলদৈ |
| ৩২ | ” | মঃ আব্দুল মালিক চৌধুৰী | ঈদগাহ | কাছাৰ |
| ৩৩ | ” | শ্ৰীমনোৰঞ্জন নাথ লস্কৰ | হাইলাকান্দি | ” |



| | | | | |
|---|---|---|---|---|
| ৩৪ | কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য | শ্ৰীপ্ৰদ্যুৎকুমাৰ দেৱ | হাইলাকান্দি টাউন | কাছাৰ |
| ৩৫ | ” | শ্ৰীআব্দুলমন্নান তালুকদাৰ | ইদগাহ | ” |
| ৩৬ | ” | শ্ৰীফুলেন বৰ্মন | বজালি | কামৰূপ |
| ৩৭ | ” | শ্ৰীসতীশচন্দ্ৰ চৌধুৰী | পাঠশালা | ” |
| ৩৮ | ” | শ্ৰীডম্বৰুধৰ গোস্বামী | বৰনগৰ | ” |
| ৩৯ | ” | শ্ৰীসত্যৰাম হুজুৰী | তামুলপুৰ | ” |
| ৪০ | ” | শ্ৰীফণীধৰ পাল | পুঠিমাৰী | ” |
| ৪১ | ” | শ্ৰীপ্ৰেমময়ী দাস | হাজো | ” |
| ৪২ | ” | শ্ৰীঅধৰ ডেকা | ভাৰতী অধ্যয়ন-চক্ৰ | ” |
| ৪৩ | ” | শ্ৰীনিৰ্মলা দাস | সোণাপুৰ | ” |
| ৪৪ | ” | শ্ৰীৰামচৰণ ঠাকুৰীয়া | গুৱাহাটী | ” |
| ৪৫ | ” | শ্ৰীসিদ্ধেশ্বৰ নাথ | সৰুপেটা | ” |
| ৪৬ | ” | শ্ৰীখগেন বায়ন | বকো | ” |
| ৪৭ | ” | শ্ৰীকৈলাসমল্ল বৰুৱা | টিহু | ” |
| ৪৮ | ” | শ্ৰীগুৰুদত্ত ভাগৱতী | সৰিতা সভা | ” |
| ৪৮ | ” | শ্ৰীশ্ৰীমান চক্ৰৱৰ্তী | বিকাশ সাহিত্য সভা | ” |
| ৫০ | ” | শ্ৰীঅতুলচন্দ্ৰ বৰুৱা | গুৱাহাটী | ” |
| ৫১ | ” | শ্ৰীএম্ কোবাদ আলি | শৰাইঘাট | ” |
| ৫২ | ” | শ্ৰীদ্বিজেন্দ্ৰনাৰায়ণ গোস্বামী | ” | ” |
| ৫৩ | ” | শ্ৰীমঃ পিয়াৰ আলি | মুকালমুৱা | ” |
| ৫৪ | ” | শ্ৰীব্ৰজপতি মহন্ত | নলবাৰী | ” |
| ৫৫ | ” | শ্ৰীভৱানন্দ ডেকা | ৰাজগড় | ” |
| ৫৬ | ” | শ্ৰীএম্ ইলিমউদ্দিন দেৱান | বৰপেটা | ” |
| ৫৭ | ” | শ্ৰীৰেণুপ্ৰভা দাস | গোলোকগঞ্জ | গোৱালপাৰা |
| ৫৮ | ” | শ্ৰীঅমলেন্দু দাস | অভয়াপুৰী | ” |
| ৫৯ | ” | মোছাঃ দিলোৱাৰা খোন্দকাৰ | মানকাছাৰ | ” |

| | | | | |
|---|---|---|---|---|
| ৬০ | কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য | শ্ৰীভৱানীপ্ৰসাদ অধিকাৰী গোসাঁইগাঁও | | গোৱালপাৰা |
| ৬১ | ,, | শ্ৰীৰুক্মিণীকান্ত ৰায় | ধুবুৰী | ,, |
| ৬২ | ,, | শ্ৰীবসন্তকুমাৰ শৰ্মা | ছুধনৈ | ,, |
| ৬৩ | ,, | শ্ৰীসচ্চিদানন্দ মেধি | কোকৰাঝাৰ | ,, |

১৪। নিৰ্বাচন পৰিচালনা কৰিবৰ কাৰণে প্ৰধান সম্পাদকে শ্ৰীকৃষ্ণপ্ৰসাদ বৰুৱাৰ নাম প্ৰস্তাৱ কৰে আৰু সভাই গ্ৰহণ কৰে।

১৫। মাননীয় সভাপতিয়ে জনাই যে ৬ তাৰিখে পুৱা ৮ বজাৰপৰা ভোট গ্ৰহণ হ'ব আৰু সেইদিনাই গধূলি সংগীত অনুষ্ঠানৰ মাজতে প্ৰধান সম্পাদকে নিৰ্বাচনী বিষয়াৰপৰা নিৰ্বাচিতসকলৰ নাম-তালিকা লৈ ঘোষণা কৰিব।

১৬। প্ৰধান সম্পাদকে জনাই যে (১) শুৱালকুছি জ্যোতি সাহিত্য সভা, (২) কামৰূপ আঞ্চলিক সাহিত্য সভা, (৩) মৈৰাবাৰী সাহিত্য সভা, (৪) নাহৰকটীয়া সাহিত্য সভা, (৫) গোলাঘাট সাহিত্য সভা আৰু (৬) ৰহা আঞ্চলিক সাহিত্য সভাই পৰৱৰ্তী সম্মিলন নিমন্ত্ৰণ কৰিছে। বিশদ আলোচনাৰ অন্তত সভাই মাননীয় সভাপতিক আনুষ্ঠানিকভাৱে নাম ঘোষণা কৰিবলৈ দায়িত্ব দিয়ে। সভাপতিয়ে গোলাঘাটৰ নাম ঘোষণা কৰে। গোলাঘাটৰ প্ৰতিনিধি শ্ৰীকমলেশ্বৰ শইকীয়াই আনুষ্ঠানিকভাৱে পৰৱৰ্তী সম্মিলন নিমন্ত্ৰণ কৰে আৰু হৰ্ষধ্বনিৰে সভাই গ্ৰহণ কৰে।

১৭। মাননীয় সভাপতি শ্ৰীযজ্ঞেশ্বৰ শৰ্মাই কাৰ্যনিৰ্বাহকৰ সদস্য আৰু প্ৰতিনিধিবৰ্গক সিসকলৰ সহায়-সহযোগিতাৰ বাবে শলাগ জ্ঞাপন কৰে।

১৮। প্ৰধান সম্পাদক শ্ৰীহেমন্তকুমাৰ শৰ্মাই মাননীয় সভাপতি-প্ৰমুখ্যে সকলো সদস্য আৰু প্ৰতিনিধিবৰ্গক শলাগ জনাই আৰু



অভয়াপুৰী অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ প্ৰতি শুভেচ্ছা জ্ঞাপন কৰে

১৯। প্ৰতিনিধিসকলৰ পক্ষৰপৰা প্ৰাক্তন প্ৰধান সম্পাদক শ্ৰীনগেন শইকীয়াই সভাপতি, প্ৰধান সম্পাদক আৰু কাৰ্য-নিৰ্বাহক সমিতিৰ সদস্যসকলৰ প্ৰতি ধন্যবাদ জ্ঞাপন কৰে।

২০। ৰাতি ২ বজাত সভাপতিয়ে বিষয়-বাছনী সভাৰ সামৰণি ঘোষণা কৰে।

স্বাঃ শ্ৰীযজ্ঞেশ্বৰ শৰ্মা
সভাপতি
অসম সাহিত্য সভা

স্বাঃ শ্ৰীহেমন্তকুমাৰ শৰ্মা
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

নিৰ্বাচনৰ ফল :

প্ৰধান সম্পাদকে ৬ ফেব্ৰুৱাৰী ৰাতি ১০ বজাত সংগীত অনুষ্ঠানৰ কাৰ্য-সূচীৰ মাজত নিৰ্বাচনী বিষয়া শ্ৰীকৃষ্ণপ্ৰসাদ বৰুৱাৰ নিৰ্বাচনৰ ফলাফল গ্ৰহণ কৰি ঘোষণা কৰে আৰু নিৰ্বাচনী বিষয়াপ্ৰমুখ্যে সহযোগীসকলক ধন্যবাদ জ্ঞাপন কৰে।

অসম সাহিত্য সভাৰ ১৯৭৭-৭৮ চনৰ কাৰ্যনিৰ্বাহক সমিতি :

| | |
|---|---|
| (১) সভাপতি | চৈয়দ আব্দুল মালিক |
| (২) উপ-সভাপতি | শ্ৰীগোবিন্দচন্দ্ৰ পৈৰা |
| (৩) প্ৰধান সম্পাদক | আব্দুছ ছাত্তাৰ |
| (৪) সহকাৰী সম্পাদক (যোৰহাট) | শ্ৰীবসন্তকুমাৰ গোস্বামী |
| (৫) সহকাৰী ,, (গুৱাহাটী) | শ্ৰীনিশিপদ চৌধুৰী |
| (৬) কোষাধ্যক্ষ | শ্ৰীঅৰুণ গোস্বামী |

(৭) পত্ৰিকা সম্পাদক শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞা

(৮) ভাষাজ্ঞান পৰীক্ষা সংসদৰ সচিব শ্ৰীপ্ৰকাশ গোস্বামী

**সদস্যসকল ঃ** সৰ্বশ্ৰী সত্যেন্দ্ৰনাৰায়ণ গোস্বামী—ডিব্ৰুগড়, নাহেন্দ্ৰ পাতুন—শিৱসাগৰ, লংকাম তেৰণ—কাৰ্বি আংলং, সতীশচন্দ্ৰ চৌধুৰী—পাঠশালা, মতীদেৱ শাস্ত্ৰী—লামডিং, কুমাৰী দিলৱাৰা খোন্দকাৰ—মানকাচাৰ, ৰেণুপ্ৰভা দাস—গোলোকগঞ্জ, আব্দুল মালিক চৌধুৰী—কৰিমগঞ্জ, ভৱানীপ্ৰসাদ অধিকাৰী—গোসাঁই গাঁও।

৭ ফেব্ৰুৱাৰী, ১৯৭৭ তাৰিখে অভয়াপুৰী মহাবিদ্যালয়ত পুৱা ৯ বজাত বিদায়ী প্ৰধান সম্পাদকে আহ্বান কৰা নৱনিৰ্বাচিত সদস্যসকলৰ সভাই তলত নাম দিয়া প্ৰতিনিধিসকলক মনোনীত সদস্য হিচাপে গ্ৰহণ কৰে।

সৰ্বশ্ৰী ৰামচৰণ ঠাকুৰীয়া—গুৱাহাটী, কমল বাইলুং—ধেমাজি, জয়দেৱ শৰ্মা—হুনী, অৰুণ খেৰিয়া—গোলাঘাট আৰু পদেন সদস্য ডঃ হেমন্তকুমাৰ শৰ্মা।

হেমন্তকুমাৰ শৰ্মা,
বিদায়ী প্ৰধান সাম্পদক

—

## ॥ শুভেচ্ছা-বাণী ॥

[ অসম সাহিত্য সভাৰ চতুশ্চত্বাৰিংশ সন্মিলনলৈ দেশ-বিদেশৰ ভালেমান ব্যক্তিক নিমন্ত্ৰণ কৰা হৈছিল। নিমন্ত্ৰিত ব্যক্তিসকলৰ ভালেমানে সন্মিলনৰ সফলতা কামনা কৰি পঠিওৱা শুভেচ্ছা-বাণীৰ কিয়দংশ উদ্ধৃত কৰা হ'ল।—সম্পাদক ]

* *

অসম সাহিত্য সভাৰ বিশিষ্ট অতিথি পদলৈ আমন্ত্ৰণ কৰা পত্ৰ পাইছোঁ; কিন্তু দুৰ্ভাগ্যবশতঃ মোৰ এটি ডাঙৰ দুৰ্ঘটনা ঘটি শয্যাশায়ী হৈ দুমাহ পৰিথকা বাবে, এই মহতী সভাত যোগ দিয়াৰ সৌভাগ্য নঘটিল, সেইবাবে অতিশয় দুঃখিত। অসমৰ গৌৰৱ পতাকাবাহি ঐতিহ্যমণ্ডিতা চিৰচেনেহী ভাষাজননীৰ পূজা সাফল্যমণ্ডিতা গৌৰৱান্বিতা হওক—এয়ে কামনা। ইতি—

সাহিত্য সভাৰ চিৰসেৱিকা
নলিনীবালা দেৱী
২২।১।৭৭
গুৱাহাটী।

* *

মোৰ শৰীৰ হঠাতে বিষম পোৱাৰ কাৰণে যাব নোৱাৰিলোঁ। অভয়াপুৰী অধিবেশনে তোমালোকৰ এহাতুধীয়া পৰিশ্ৰমৰ সাফল্য লাভ কৰিব ইয়াত সন্দেহ নাই। এই সমাৰোহত উপস্থিত থাকিবলৈ একান্ত ইচ্ছা আছিল; কিন্তু শাৰীৰিক কাৰণত ঘৰৰ সকলোৱে

আপত্তি কৰাত নোযোৱাই স্থিৰ কৰিলোঁ। সমূহ সাহিত্যসেৱীলৈ ইয়াৰপৰাই গভীৰ শ্ৰদ্ধা আৱেদন কৰিলোঁ। ইতি—

তোমাৰ মৰমৰ
শ্ৰীতীৰ্থনাথ শৰ্মা
ভৰলুমুখ, গুৱাহাটী
৪।২।৭৭

* *

আপুনি পঠোৱা কাগজৰপৰা গোৱালপাৰা জিলাৰ অভয়াপুৰী চহৰত অসম সাহিত্য সভাৰ চতুশ্চত্বাৰিংশ সন্মিলন পাতিবলৈ আয়োজন কৰা কথা জানি সন্তোষ পালোঁ। আশীৰ্বাদ কৰিছোঁ, মহাপ্ৰভু যাদৱৰায় প্ৰসন্ন হৈ সকলো বাধা-বিঘিনি অতিক্ৰম কৰি যেন সভাৰ কাৰ্য সাফল্যমণ্ডিত কৰাই। কিমাধিকমিতি—শুভাকাংক্ষী

শ্ৰীশ্ৰীদক্ষিণপাট সত্ৰাধিকাৰ গোস্বামী
১৮ মাঘ, ১৮৯৮ শক
১।২।৭৭

* *

... অসম সাহিত্য সভাৰ অভয়াপুৰী অধিৱেশন সাফল্যমণ্ডিত হওক—এয়ে শ্ৰীশ্ৰীগোবিন্দ মহাপ্ৰভুৰ চৰণত প্ৰাৰ্থনা জনোৱা হৈছে। ইতি—

শ্ৰীশ্ৰীআউনীআটীয় সত্ৰাধিকাৰ গোস্বামী
১৯।১০।৯৮ শক

* *

Vice-President of India is glad to know that the 44th Annual Session of the Asam Sahitya Sabha will be held from 4th to 6th February, 1977. He sends his best wishes for its success.

Yours Sincerely
V. Phadke
Secy. to the Vice-President.



* *

I am grateful to you for your kind invitation to the Forty-fourth Annual Conferernce of the Asam Sahitya Sabha to be convened on the 4th, 5th and 6th February 1977.

It was very kind of you to have remembered me in this connection and I feel greatly honoured. I request you to kindly convey my hearty felicitations to the success of the conference.

With cordial greetings,

Yours Sincerely,
Sd. K. M. George.

* *

Thank you for your kind letter dated 17 th January 1977, regarding the Forty-fourth Annual Session being organised by the Asam Sahitya Sabha at Abhayapuri from 4th to 6th February 1977.

Please accept my best wishes for the success of the session.

Yours Sincerely,
Sd. Dr. R. S. Kelkar
Secretary,
Sahitya Akademi

* *

I got your letter of 17th. Jan '77. I express my thanks for the same. I was extremely busy with the official work during this time. So I could not make any arrangement to come to Abhayapuri and participate in the Annual Session of

